# অসমীয়া কবি আৰু কবিতা

ডঃ কৰবী ডেকা হাজৰিকা

ষ্টুডেণ্ট্‌চ এম্প'ৰিয়াম
ডিব্ৰুগড়

*Asamiya Kabi aru Kabita*, Written in Assamese by Dr. Mrs Karabi Deka Hazarika, Reader, Department of Assamese, Dibrugarh University, Dibrugarh—786004. Published by Sri Mrinal Kanti Bhattacharyya, Students' Emporium, Dibrugarh—786001 : December, 1994

Price Rs 50 00

**প্ৰকাশক :**

শ্ৰীমৃণালকান্তি ভট্টাচাৰ্য

ষ্টুডেণ্টচ এম্প'ৰিয়াম

ডিব্ৰুগড়-৭৮৬০০১

প্ৰথম প্ৰকাশ ডিসেম্বৰ, ১৯৯৪

প্ৰচ্ছদ ধীৰেন শাসমল

**মূল্য : ৫০ ০০ টকা**

**পৰিৱেশক :**

শান্তি প্ৰকাশন

কলেজ হোষ্টেল ৰোড

গুৱাহাটী-৭৮১০০১

**ছপাওঁতা :**

শ্যামাচৰণ মুখোপাধ্যায়

কৰুণা প্ৰিণ্টাৰ্চ

১৩৮, বিধান সৰণী

কলিকতা-৭০০০০৪

# ব্যক্তিগত অলপ কথা

অসমীয়া কবিতাৰ বিকাশৰ ইতিহাস বিচিত্ৰ আৰু বিস্তৃত। এই বিকাশৰ গতিপথৰ সকলো দিশ সামৰি লোৱা আলোচনা এতিয়াও বিশেষ হোৱা নাই। অসমীয়া কবিতাৰ একোটা কাল সামৰি কৰা আলোচনা প্ৰকাশ হৈছে যদিও আদিৰে পৰা এতিয়ালৈকে একেটা আলোচনাতে গোটেইকেইজন কবিক বহলাই আলোচনা কৰা হোৱা নাই। অৰ্থাৎ, 'অভিমন্যু-বধ'ৰ প্ৰণেতা ৰমাকান্ত চৌধুৰীৰ পৰা হেমবৰুৱা নৰকান্ত বৰুৱালৈকে এই দীঘল পথছোৱাৰ সম্পূৰ্ণ পৰিক্ৰমা এতিয়াও হোৱা নাই বুলি ক'ব পাৰি। অসমীয়া কবিতাৰ সম্পূৰ্ণ বুৰঞ্জী এখনেহে এই অভাৱ দূৰ কৰিব পাৰিব।

অসমীয়া কবি আৰু কবিতা' বুৰঞ্জীৰ তত্ত্বগধুৰতাৰ পৰা বহুত দূৰত বৈ বুৰঞ্জীৰ ছাযাত ৰচনা কৰা এখন আলোচনা পুথি। ইয়াত বিচাৰিলে পাব পৰাকৈ কবিতা পুথিসমূহৰ নাম আৰু প্ৰকাশৰ সময় যিমান পাৰি দিবলৈ যত্ন কৰা হৈছে। প্ৰয়োজনবোধে আৰু গুৰুত্ববোধেও কবিসকলৰ কাব্য-কৃতিৰ আলোচনা কম-বেছি পৰিমাণে কৰা হৈছে।

যিহেতু এইখন বুৰঞ্জী নহয় প্ৰতিজন কবিতা ৰচকৰ নাম ইয়াত নোসোমাবও পাৰে। এটি দুটি ভাল কবিতা লিখা অথচ নিজস্ব প্ৰতিভাৰে এখন স্থায়ী আসন গ্ৰহণ কৰিবলৈও সক্ষম নোহোৱা কোনো কোনো কবিৰ নাম প্ৰসংগক্ৰমে উল্লেখ কৰিলেও বিস্তৃত ভাৱে হয়তো আলোচনাৰ মাজলৈ অনা হোৱা নাই। তাৰ দ্বাৰা সেই সকলক অসম্মান কৰাটো নিশ্চয় নুবুজায়। সমগ্ৰ স্তৰটোৰ আলোচনাৰ মাজত সেইসকলৰ কথাও সোমাই আছে।

কবিতা বুলিলে আমি যি বুজোঁ, অসমীয়া সাহিত্যত সেয়া প্ৰকৃততে আৰম্ভ হৈছে ৰোমাণ্টিক যুগতহে, যাৰ বীজৰ আভাস দেখা যায় প্ৰাক ৰোমাণ্টিক স্তৰত। সেয়েহে এই আলোচনাৰ পাতনি মেলা হৈছে প্ৰাক ৰোমাণ্টিক স্তৰৰ পৰা। আধুনিক কালৰ আৰম্ভণিলৈকে ক'বলৈ যাওঁতে নৱকান্ত বৰুৱা আৰু তেওঁৰ সতীৰ্থ সকলৰ কথা আলোচনালৈ আহিছে যদিও এইখিনি কথা এক বিস্তৃত আলোচনাৰ আগকথা মাথোন। আধুনিক অসমীয়া কবি আৰু কবিতাৰ বিষয়ে এখন পূৰ্ণাংগ পুথি কৰি উলিওৱাৰ আঁচনি মনত ৰাখি ইয়াত মাথোন আলোচনাৰ বাটহে মুকলি কৰা হৈছে।

শেষত শলাগ জনাব লাগে কেইবাজনকো। দৈনন্দিন জীৱনৰ কৰ্ম-ব্যস্ততাৰ মাজত মোৰ স্বামী আৰু পুত্ৰদুটিয়ে আজৰাই দিয়া সময়খিনিত কম দিনৰ ভিতৰতে কিতাপখন লিখি উলিয়াব পাৰি তেওঁলোকলৈ শলাগ আৰু

মৰম যাঁচিলো। যাৰ উৎসাহত পুথিখনে আত্মপ্ৰকাশৰ বাট বিচাৰি পালে সেইজন উৎসাহী প্ৰকাশক শ্ৰীমৃণালকান্তি ভট্টাচাৰ্য ডাঙৰীয়ালৈ থাকিল আন্তৰিক ধন্যবাদ। পুথিখনি সাজু কৰি উলিওৱাত সহায়ৰ হাত আগবঢ়োৱাৰ বাবে ভ্ৰাতৃ-প্ৰতীম প্ৰবীণ কুমাৰ গগৈ আৰু ৰমেন হাজৰিকালৈ এই সুযোগতে শলাগ ললোঁ।

অসমীয়া বিভাগ
ডিব্ৰুগড় বিশ্ববিদ্যালয়
ডিব্ৰুগড়
২৫ অক্টোবৰ, ১৯৯৪

কৰবী ডেকা হাজৰিকা

# সূচীপত্ৰ

## ৷ প্ৰাক্ ৰোমাণ্টিক স্তৰ ৷



## ॥ ৰোমাণ্টিক স্তৰ ॥



## ॥ ৰোমাণ্টিক বিস্তাৰৰ স্তৰ ॥

## ॥ শেষ ৰোমাণ্টিক স্তৰ ॥



## ॥ আধুনিক যুগৰ আৱৰ্ত্তণি ॥



## পৰিশিষ্ট

# ভূমিকা

অসমীয়া কবিতাৰ গতিপথৰ ইতিহাস বিচিত্ৰ। নানা পৰিস্থিতি, পৰম্পৰা আৰু প্ৰভাৱৰ ফলত এই গতিপথে ৰূপ লৈছে। অসমীয়া সাহিত্যৰ প্ৰাচীন কাব্য-সম্ভাৰ নানা মনোৰম সম্পদেৰে চহকী। এই সম্পদৰ অৱদান আগবঢ়াইছিল ঘাইকৈ মাধৱ কন্দলি, শংকৰদেৱ আৰু মাধৱদেৱে। অন্যান্য আৰু বহুতো কবিৰ নাম আৰু প্ৰসঙ্গ আহি পৰিব, যদিহে কবিতাৰ ইতিহাস লিখিবলৈ বিচৰা হয়। এই আটাইবোৰ কবিৰ মাজত চন্দ্ৰ-সূৰ্যৰ দৰে দীপ্তিমান হ'ল কবি কন্দলি আৰু শংকৰ-মাধৱ দুই মহাপুৰুষ। কন্দলিৰ কবিতা যেন ফুলে-ফলে ভৰা বিশাল একবৃক্ষ, যাৰ শাখাই-শাখাই বিবিধ পখীৰ কূজন। তেওঁৰ 'ৰামায়ণ'খনিয়েই হ'ল তেওঁৰ কাব্যপ্ৰতিভাৰ অনুপম উদাহৰণ। ৰচনাশৈলী, অলংকাৰ-প্ৰয়োগ আৰু চৰিত্ৰ চিত্ৰণৰ কাৰুকাৰ্যৰে এইখনি কেনে সুশোভন সেইকথা সহৃদয় পাঠকে সহজে অনুভৱ কৰিব পাৰে। কন্দলিৰ কাব্য-ৰীতি উচ্ছল আৰু আনন্দময়। তাৰ তুলনাত পিছৰ কালৰ নৱ-বৈষ্ণৱ কবিতাৰ প্ৰকৃতি গম্ভীৰ আৰু আধ্যাত্মিক। কিন্তু এইখিনি কবিতাতো সৌন্দৰ্যৰ অভাৱ কেতিয়াও হোৱা নাছিল। স্বাভাৱিকতেই নৱ-বৈষ্ণৱ যুগৰ সাহিত্য আছিল উদ্দেশ্যমূলক আৰু প্ৰচাৰধৰ্মী। সূৰ্যমুখী ফুলৰ দৰে এইবোৰ দৃষ্টি পোনাই ৰাখিছিল কৃষ্ণ-ভক্তি মাহাত্ম্যৰ ফালে। তাৰ মাজতে দুয়োজনা মহাপুৰুষৰ স্বাভাৱিক কবিত্বশক্তি আৰু সুৰুচিসম্পন্ন দৃষ্টিভঙ্গীয়ে জন্ম দিছিল ভালেমান সুকবিতাৰ। কীৰ্তন আৰু দশমৰ ভালেমান খণ্ড,

বৰগীতসমূহ আৰু নামঘোষা পুথি অসমীয়া কবিতাৰ প্ৰাচীন কালৰ সৌন্দৰ্যময় সম্পদ। এইবোৰৰ মাজত প্ৰকাশ পাইছে মনোৰম নৈসৰ্গিক চিত্ৰ মানুহ আৰু ভগৱানৰ নানা কাৰ্য-কলাপ আৰু লীলাৰ অন্তৰপৰশা বিবৰণ। কবিত্বৰসৰ মাজেৰে আধ্যাত্মিক আনন্দৰ সু-গভীৰ সোৱাদ এই কবিতাসমূহে অপ্ৰয়াসে দান কৰিব পাৰিছিল। ৰহস্যবাদী কবিতাৰ কৰুণকোমল আনন্দ দিয়াত 'নামঘোষা' পুথি কিমান সফল সেইকথা দোহাৰিবৰ আৱশ্যক নাই।

শংকৰ মাধৱৰ পিছৰ কালত অসমীয়া কবিতাৰ জ্যোতি কিছু স্তিমিত হৈ পৰা পৰিলক্ষিত হয়। সেই সময়ত বিশেষ প্ৰতিভাবান আৰু একনিষ্ঠ কবি নথকাৰ বাবে বিক্ষিপ্ত ভাবে দুই এটা ভাল গীত-মাত বা একোখন কাব্য পোৱা গ'লেও কবিতাৰ ইতিহাসত এইখিনি সময় বিশেষ সৌন্দৰ্যপূৰ্ণ বুলি ক'ব নোৱাৰি।

আধুনিক অসমীয়া সাহিত্যৰ উন্মেষৰ আগে-আগে 'অৰুণোদই'ৰ পোহৰে এক নতুন জাগৰণ অনাৰ সময়ত কবিতাৰ প্ৰায় বিলুপ্তিয়েই ঘটিছিল বুলিব পাৰি। শংকৰদেৱৰ বিশাল প্ৰতিভাৰ প্ৰভাৱত সৃষ্টি হোৱা কবিতাৰ অথবা সাহিত্যৰ গতি সেই সময়ত হৈ পৰিছিল মন্থৰ, নতুনত্ববিহীন। মিছনেৰী সকলে তেওঁলোকৰ নিজা ধৰ্মীয় বিশ্বাসৰ বীজ ৰোপণ কৰিবলৈ ৰচনা কৰা সাহিত্যসমূহো আছিল কবিত্ব গুণ-বৰ্জিত। নিধি লিবাই ফাৰৱেলৰ পদ্যৰ মাজতে আধুনিক অসমীয়া কবিতাৰ 'দুৰ্বল আৰম্ভণি' হোৱা বুলি কোৱা হয়। পিছে সঁচাকৈয়ে সি ইমানে দুৰ্বল যে তাক লেখত ল'বলৈকে মন নাযায়। 'অৰুণোদই' যুগত অসমীয়াতে ৰচিত হৈছিল কিছুমান ঈশ-স্তুতি। তাৰ বেছিভাগেই ইংৰাজীৰ পৰা ভাঙণি কৰা। চি, এফ, টলমান, মেৰি ব্ৰনছন, এনি গোল্ডস্মিথ সুৱৰ্ণ গোল্ডস্মিথ, এমিলি গোল্ডস্মিথ আদিয়ে কৰা এই ভাঙণিসমূহত সৰল আন্তৰিকতাই হ'ল ৰচনাৰ সৌন্দৰ্য। কবিতা হিচাপে উচ্চখাপৰ নহ'লেও এটা যুগৰ কাব্যিক প্ৰকৃতিৰ মূল্যায়নৰ বাবে এইবোৰো আহিলা হ'ব পাৰে।

'অৰুণোদই' যুগৰ কবিতাত প্ৰাণৰ অভাৱ আছিল। অৰ্থাৎ কল্পনা আৰু অনুভূতিৰ প্ৰয়োগ নাছিল। প্ৰাচীন অসমীয়া সাহিত্যৰ আড়ম্বৰপূৰ্ণ ৰচনাশৈলী আৰু আধুনিক কালৰ কবিতাৰ হৃদয়-সৰ্বস্বতা, দুয়োটাই ইয়াত অনুপস্থিত। এনে সময়ৰ পাঠকৰ তৃষ্ণা দূৰ কৰাৰ বাবে নতুন ধৰণৰ কাব্য-

ৰীতিৰ প্ৰয়োজন আছিল বৰ বেছি। অসমত তেতিয়া শিক্ষিত সমাজত বৰ ক্ষীণভাবে বংগীয় সাহিত্যৰ আৰু তাতোকৈও দেখ-নেদেখকৈ পাশ্চাত্য সাহিত্যৰ প্ৰভাব পৰিব ধৰিছিলহে। সেই ছাঁ পোহৰৰ সময়খিনিতে সীমিত সামৰ্থৰে ওলাই আহিছিল ৰমাকান্ত চৌধুৰী, ভোলানাথ দাস আদি কবিসকল। তেওঁলোকৰ আন্তৰিক অনুৰাগ আৰু সদিচ্ছাৰ ফলত আধুনিক কবিতাৰ প্ৰথমটো সোপান গঢ়া হৈছিল। গতিকে তেওঁলোকৰ পৰাই আৰম্ভ হৈছে অসমীয়া কবিতাৰ গতি ধাৰা।

## ৰমাকান্ত চৌধুৰী

অসমীয়া কবিতাৰ জগতত এটি নমস্য নাম হ'ল ৰমাকান্ত চৌধুৰী। ১৮৪৬ চনত চৌধুৰীৰ জন্ম হৈছিল ইফালে সেই একে বছৰতে শুভাৰম্ভ হৈছিল 'অৰুণোদই' কাকতৰ। গতিকে সেই বিশেষ বছৰটি অসমীয়া সাহিত্যৰ বাবে শুভ আছিল বুলিয়ে ক'ব পাৰি। ৰমাকান্ত চৌধুৰীক সাহিত্যৰ বুৰঞ্জীত মনত ৰখা হয় 'অভিমন্যু-বধ' কাব্যৰ প্ৰণেতা আৰু প্ৰথম অসমীয়া অমিতাক্ষৰ ছন্দত কাব্য লিখোঁতাৰূপে। কিন্তু 'সীতাহৰণ' আৰু 'ৰাৱণবধ' নামে দুখন নাটকো তেওঁ ৰচনা কৰা বুলি জনা যায়। তাৰে প্ৰথমখন ছপা হৈ ওলাইছিল আৰু ঠায়ে ঠায়ে অভিনীত হৈছিল। পিছৰখন নাটক অভিনীত হৈছিল যদিও ছপাহৈ ওলোৱা নাছিল।

অভিমন্যু-বধ' কাব্য ছপা হৈ ওলায় ১৮৭৫ চনত। মাইকেল মধুসূদন দত্তই তেওঁৰ 'মেঘনাদ-বধ' কাব্যৰে বংগদেশত খলক লগোৱাৰ ফলত বহুতো সাহিত্যপ্ৰেমী শিক্ষিত যুৱকৰ দৰে ৰমাকান্তৰ মনতো হয়তো এক প্ৰেৰণাৰ সৃষ্টি হৈছিল। মাইকেল মধুসূদনৰ কাব্যৰ ঘাই সম্পদ আছিল বাৰিষাৰ নদীৰ দৰে পাৰভঙা অমিতাক্ষৰ ছন্দৰ প্ৰযোগ। সেইবোৰৰ সু প্ৰয়োগৰ দ্বাৰা মহাকাব্যিক গাঁথনিৰে তেওঁ 'মেঘনাদ-বধ' ৰচনা কৰি উলিয়াইছিল। কবি চৌধুৰীয়ে মধুসূদনৰ আহিৰ্তে কাব্য ৰচনা কৰিছিল যদিও কোনো ক্ষেত্ৰতে অন্ধ অনুকৰণ কৰা নাছিল। তেওঁৰ ৰচনাৰ মাজত এক মৌলিকতা আৰু নিজস্ব প্ৰতিভাৰ উমান পোৱা যায়।

কাব্যখনিৰ কাহিনী বিন্যাসলৈ মন কৰিলে এইখনিৰ নামকৰণ কিমানদূৰ খাপ খাইছে সেইকথা মনলৈ আহে। কাৰণ ইয়াত অভিমন্যু-বধৰ আগৰটো নিশালৈকেহে বৰ্ণনা কৰা হৈছে, অভিমন্যু-বধৰ কথা দাঙি ধৰা হোৱা নাই।

হয়তো এইখনি কাব্যক প্ৰথম খণ্ড ৰূপে প্ৰকাশ কৰি আৰু এটি খণ্ড প্ৰকাশ কৰাৰ ইচ্ছাও কবিৰ আছিল। কাব্যখনি তিনিটা সৰ্গত বিভক্ত, অভিশাপ সৰ্গ, বলহাৰী সৰ্গ আৰু মিলন সৰ্গ। প্ৰথম সৰ্গত কৰুণ ৰস, দ্বিতীয় সৰ্গত বীৰৰস আৰু তৃতীয় সৰ্গত আদি ৰসে প্ৰাধান্য লাভ কৰিছে।

সাধাৰণতে কাব্যসমূহত কৰাৰ দৰে 'অভিমন্যু-বধ'ত প্ৰথমতেই বাগ্দেৱী-বন্দনা, লেখকৰ আত্ম-পৰিচয় আৰু বিনয় আদি বিষয়ৰ অৱতাৰণা দেখা নাযায়। ইয়াত পোনে পোনে কাহিনীত প্ৰৱেশ কৰা হৈছে আৰু অনাড়ম্বৰ ভাৱে আৰু বাহুল্য নকৰাকৈ কাহিনী আগবঢ়াই নিয়া হৈছে। প্ৰথম সৰ্গত আছে ভীষ্ম পিতামহ শৰশয্যাত পৰাৰ বৰ্ণনা আৰু তাকে দেখি শোকে-দুঃখে কাতৰ হৈ পৰা কৌৰৱ-পাণ্ডৱ উভয় পক্ষৰ বীৰসকলৰ ছবি। সৰ্গটোৰ নামকৰণৰ তাৎপৰ্যৰ লগত জড়িত হৈ আছে অভিমন্যু-বধৰ উৎস আৰু কাৰণ। কাব্যখনিত কোৱা হৈছে যে শিখণ্ডীক দেখুৱাই অৰ্জুনে কেনেকৈ ছল কৰি ভীষ্মক শৰাঘাত কৰিলে, সেই কথা নাৰদৰ মুখে গম পাই মাতৃ গংগাদেৱী শোকে-দুঃখে আকুল হৈ পৰে। অৰ্জুনৰ ছলনাত ক্ৰোধিত হৈ তেওঁ অভিশাপ দিয়ে—

যি তাপ দিলিহি তই পাণ্ডুৰ নন্দন
ৰথীইন্দ্ৰ পাৰ্থবীৰ। হৰি পুত্ৰধন
মোৰ, হৰুৱাই তই তোৰ গুণাধিক
চকুৰ পোহৰ মণি সমৰ মাজত
পাইবি বিষম শোক।

ইয়াত চকুৰ পোহৰমণি বুলি অৰ্জুন পুত্ৰ অভিমন্যুক বুজোৱা হৈছে।

দ্বিতীয় সৰ্গত আছে বিভিন্ন ধৰণৰ খণ্ডকাহিনী। এফালে দেখুওৱা হৈছে ভীষ্মৰ মৃত্যুৰ পিছত কৌৰৱ-দুঃচিন্তা মন্ত্ৰণা আৰু দ্ৰোণাচাৰ্যক সেনাপতি ৰাব প্ৰদান। আনফালে প্ৰকাশ কৰা হৈছে দ্ৰোণাচাৰ্যই সেনাপতিৰ ৰাব গ্ৰহণ কৰা শুনি যুধিষ্ঠিৰৰ ভীত অৱস্থা। তাকে দেখি অৰ্জুন-ভীম আদিয়ে তেওঁক নানা উদাহৰণেৰে আস্থা জন্মাবৰ যত্ন কৰাৰ কাহিনী বৰ্ণিত হৈছে। তাৰ লগে লগে কৈলাসত হৰ-গৌৰীৰ কথোপকথন আৰু হস্তিনা-পুৰত ৰাজলক্ষ্মীৰ বিষাদেৰে ভৰা ক্ৰন্দনৰ দৃশ্যও ইয়াত দাঙি ধৰা হৈছে।

তৃতীয় সৰ্গটো তুলনামূলক ভাৱে অধিক মনোৰম। ইয়াত কবিৰ কবিত্ব প্ৰতিভাই প্ৰকাশৰ পথ বিচাৰি পাইছে। যাইকৈ শৃংগাৰ ৰসাত্মক এই খণ্ডত

প্ৰথমৰ ফালে বিৰিঙি ওলাইছে বিপ্ৰলম্ভ শৃংগাৰ। কুৰুক্ষেত্ৰ ৰণৰ শিবিৰত থকা স্বামী অভিমন্যুৰ বিৰহত বিষাদিতা উত্তৰাৰ বাবে প্ৰতিটো মুহূৰ্তই যন্ত্ৰণাময় হৈ পৰিছে। তেওঁৰ বাবে শীতল বতাহেও যেন জুই বৰষে। প্ৰকৃতিজগতৰ সৌন্দৰ্যৰ মাজত নিজৰ নিঃসংগতা বেছিকৈ উপলব্ধি কৰা উত্তৰা যেন মূৰ্তিমতী বিৰহৰ ৰূপ। দেহ আৰু মনক প্ৰবোধ দিব নোৱৰা উত্তৰাই মাজৰাতি সখীসকলৰ লগত গৈ ৰণৰ শিবিৰ পালেগৈ আৰু মিলিত হ'ল হেঁপাহৰ প্ৰিয়তমৰ সৈতে। কিন্তু মিলনৰ ৰজনী সোনকালেই যেন পুৱালে। যুদ্ধক্ষেত্ৰৰ আহ্বান শুনি অভিমন্যু বীৰ সাজি পাৰি ৰণলৈ ওলাল উত্তৰা পুনৰ অকলশৰীয়া হৈ পৰিল।

এই কাহিনীৰে গঠিত হৈছে কাব্যখনৰ শৰীৰ। কবিৰ ভাষা যে সকলো ক্ষেত্ৰতে নিমজ অথবা কথাভংগীতো আঁৰ নলগা এনে নহয়। কাহিনীৰ বান্ধোনো শিথিল। বিশেষকৈ দ্বিতীয় সৰ্গত কবিৰ কথা আৰু কল্পনাই যেনিতেনি গতি কৰিছে। তেওঁৰ কাব্যৰ অলংকাৰ প্ৰয়োগ সীমিত। ইয়াক এটি গুণ বুলিয়েই ক'ব লাগিব। কাৰণ কিছু পিছৰ ভোলানাথ দাসৰ কাব্যত অলংকাৰৰ মাত্ৰাধিক্য আৰু কঠিন শব্দৰ অতি প্ৰয়োগে মাজে মাজে ভাষা যিদৰে দুৰ্বোধ্য কৰি তুলিছে ইয়াত সেইদৰে কৰা নাই। সৰল প্ৰকৃতিৰ উপমা আদি অলংকাৰৰ সহায়ত তেওঁ বিদ্যমান জীৱন্ত ছবি অংকন কৰিছে। ৰজনী আৰু উত্তৰাৰ ৰূপ বৰ্ণনাক ইয়াৰ উদাহৰণস্বৰূপে আঙুলিয়াব পাৰি।

ৰমাকান্ত চৌধুৰীৰ শ্ৰেষ্ঠতম কৃতিত্ব হ'ল অমিত্ৰাক্ষৰ ছন্দৰীতিক অসমীয়া ভাষালৈ আদৰি অনাটো। তেওঁৰ সৰল আৰু মনোৰম ভাষা-শৈলীৰ মাজত কথিত ৰূপৰ ভালেমান শব্দ ঠায়ে ঠায়ে সোমাই থাকে। তাৰফলত ভাষাৰ গাম্ভীৰ্য কমিলেও সৌন্দৰ্য হানি নহয়।

যেনে—

আহিয়া ৰজনীদেৱী মনোহাৰী বেশে
আগুৰিলা কুৰুক্ষেত্ৰ, আৱৰিলা ধৰা
আঁতৰাই ৰশ্মিজাল আগুৰাণ দিয়া।
পিন্ধিলা ভালত ভাল ভেলকি লাগোৱা
চান্দ-সিন্দুৰৰ ফোটা। অপৰূপ ৰূপে
ৰূপৰ টোপেৰে তৰাবোল ভূষিলাহা
নীলবৰ্ণ আকাশক। বহিয়া মলয়া বাও
ধীৰে-ধীৰে, দেহী-দেহ কৈলা সুশীতল।

এখন পূৰ্ণাংগ কাব্যত থাকিবলগীয়া বহুতো গুণেই 'অভিমন্যু বধ' কাব্যত নাই। তথাপিও ৰচনাৰ পটভূমি বিচাৰ কৰিলে অতুলচন্দ্ৰ হাজৰিকাৰ দৰে ক'ব পাৰি যে "প্ৰাক শংকৰী যুগত কবি হেম সৰস্বতীৰ যি স্থান, প্ৰাক - জোনাকী যুগৰ কবি ৰমাকান্তৰো সেই একেই স্থান। দুয়োজন কবি দুটা যুগৰ পূৰ্ণিমাৰ অগ্ৰদূত, সন্ধিয়াৰ ভোটা তৰা।"

## ভোলানাথ দাস

এইখিনি সময়ৰে এজন কবি আছিল ভোলানাথ দাস ( ১৮৫৮ ১৯২৯ )। ৰমাকান্ত চৌধুৰীৰ দৰে দাসেও স্বচ্ছন্দ অমিত্ৰাক্ষৰেৰে ভৰা কবিতা ৰচনা কৰিছিল। নগাওঁ আৰু কলিকতাত শিক্ষালাভ কৰাৰ পিছত তেওঁ চাকৰি কৰিছিল চৰকাৰৰ শিক্ষা আৰু ভূমি বিভাগত। তেওঁ এজন প্ৰতিভাবান কবি আছিল। মনোৰম কোমল শব্দৰে ভৰপূৰ গীতিময় সৌন্দৰ্যে ওপচা দুই এটা কবিতাই তেওঁৰ প্ৰতিভাৰ উমান দিয়ে। ভোলানাথ দাসৰ কবিতাৰ পুথি পাঁচখন। তাৰে দুখন 'কবিতা মালা' (প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ) দুখন 'চিন্তা-তৰঙ্গিনী' (প্ৰথম ভাগ আৰু দ্বিতীয় ভাগ) আৰু এখন সীতাহৰণ কাব্য'।

কবিতা মালা' প্ৰথম ভাগৰ তৃতীয় সংস্কৰণৰ তাৰিখ লিখা আছে চৈত্ৰ ১২৯১ সাল, অৰ্থাৎ ইংৰাজী ১৮৮৪ চন। প্ৰথম সংস্কৰণৰ তাৰিখ জনা নাযায়। এইখিনি হ'ল কুৰিটা সৰু সৰু কবিতাৰ সমষ্টি। কবিতাবোৰ আছিল পঢ়াশলীয়া কবিতা। এইবোৰত নীতি-শিক্ষা উপদেশ ভগৱৎ-বন্দনা আদি ভাবৰ প্ৰাচুৰ্য লক্ষ্য কৰা যায়। নদী, পদুমকলি বৰ্ষাকাল আদি কবিতাৰ মাজত প্ৰকৃতিৰ বিচিত্ৰ ৰূপৰ একোটি ৰেঙনি চকুত পৰে।

'কবিতা মালা' দ্বিতীয় ভাগৰ প্ৰকাশ হৈছিল ১৮৮৩ চন বা তাৰ দুই এবছৰ আগতে। ১৮৮৩ চনত এইখিনিকে প্ৰথমখিনিৰদৰে পাঠ্য পুথি ৰূপে অনুমোদিত কৰা হৈছিল আৰু পুৰস্কৃত কৰা হৈছিল। কুৰিটা কবিতাৰ সমষ্টি এইখিনি পুথিত প্ৰথমভাগতকৈ অধিক পৰিমাণে কাব্যিক সৌন্দৰ্য চকুত পৰে। উপদেশমূলক কবিতাৰ লগতে ইয়াত আছে নৈসৰ্গিক বৰ্ণনাযুক্ত দুই-এটি কবিতা আৰু পৌৰাণিক আখ্যানৰ কাহিনীৰ কবিতাৰূপ। কবিতাসমূহৰ মাজত প্ৰকাশ পোৱা ভাৱ বিচিত্ৰ আৰু বহুধাবিভক্ত।

'চিন্তা তৰঙ্গিনী'—১ম ভাগৰ মাজত থকা নানা ভাবৰ ভিতৰত জাকত-

জিলিকা এটি লক্ষণ হৈছে দেশপ্ৰেম আৰু পৰাধীন-দশাৰ প্ৰতি সচেতন এক মনোভাব। কবিৰ মনৰ গোপন ঠাইত, হয়তো নিজৰো অজ্ঞাতে, থকা সমাজ-সচেতনতাৰ এটি সুৰো কবিতা দুটি-এটিৰ মাজত ধ্বনিত হৈছে। 'তিৰস্কাৰ' নামৰ কবিতাটিত দুখুনী দেশমাতৃৰ ছবি আঁকি কোৱা হৈছে—

থাকোঁতে তোসব মোৰ, হেৰ' ভীৰুগণ।
শিৰত পাদুকাভাৰ, চৰণে শৃঙ্খল।
ক'তেবা সিদিন হায় ক'তেবা ইদিন,
ক'ত স্বৰ্ণসিংহাসন ক'ত পদতল।

কবিৰ সংবেদনশীল হৃদয়ত বিধবা নাৰীৰ প্ৰতি থকা অকপট সহানুভূতি আৰু সমাজৰ কঠোৰ নীতিৰ প্ৰতি থকা বিতৃষ্ণা প্ৰকাশ পাইছে 'বিধৱা' কবিতাটিত। ইয়াত কোৱা হৈছে—

পুৰুষও স্বাৰ্থপৰ কৰিললে হিতকৰ
নিজৰ হেতুকে যত নিয়ম লাগয়।
এক নাৰী বৰ্তমানে দ্বিতীয়া তৃতীয়া আনে,
বিধৱাৰ হলে কিন্তু নাই পৰিণয়।

কবিতাটিৰ মাজত বিদ্যাসাগৰৰ প্ৰতি থকা তেওঁৰ শ্ৰদ্ধাৰ মনোভাব এটিও যুটি উঠিছে। 'কলিকাতা' নামৰ কবিতাটি কবিৰ বিচিত্ৰ বৰ্ণনাৰীতিৰ অতি উপাদেয় নিদৰ্শন

চিন্তা-তৰঙ্গিনী'ৰ ২য় ভাগত কবিৰ মনৰ কোমল অনুভূতিখিনি আৰু অলপ বেছিকৈ জীবন্ত হৈ উঠিছে। 'মধুহাঁসি', 'যক্ষপত্নী', 'কোনো এক বন্ধুৰ প্ৰতি, ৰজনী' আদি কবিতাত তেওঁৰ হৃদয়ৰ সৌন্দৰ্যতৃষ্ণাই প্ৰকৃতিৰ মাজত আৰু মানবানুভূতিৰ মাজতো, পৰিতৃপ্তি বিচাৰি পোৱা দেখা যায়। দুটি-এটি কবিতাত স্বদেশ চেতনাৰ লক্ষণো দেখা যায় যদিও কোমল বৰ্ণনাযুক্ত কবিতাসমূহতহে তেওঁৰ কবি প্ৰাণ দীপ্ত হৈ উঠিছে। এনে এটি কোমল কবিতা হ'ল মেঘ'। 'মেঘ'ৰ মাজত আলাসতে ভাঁহি ফুৰা কবিৰ মনোৰম কল্পনাৰ প্ৰকাশ দেখা যায়। প্ৰকৃতিৰ এটি উপাদানৰ আলম লৈ কল্পনাৰ ইমান বিস্তাৰ আচলতে পিছৰকালৰ ৰমন্যাসিক যুগৰহে ঘাই সম্পদৰূপে দেখা দিছিল। তথাপিও পৰম্পৰাগত ভাৰতীয় মানসত থকা প্ৰকৃতিপ্ৰীতি এই কবিতাত সুন্দৰকৈ প্ৰকাশ পাইছে। বিশাল আকাশত ভাঁহি ফুৰা শুকুলা মেঘৰ ৰূপ চাই কবিয়ে কৈ উঠিছে—

কৃষ্ণবক্ষে জ্বলে যেন স্ফটিকৰ মণি
কিম্বা শ্যাম দূৰ্বাদলে যথা জলবিন্দু জ্বলে
ছায়াবৃত জলে যেন শোভে কমলিনী
বিস্তীৰ্ণ সমুদ্ৰে কিম্বা ধবল তৰণী

এই মেঘেই যে কেতিয়াবা কৃষ্ণবৰ্ণ আৰু ভয়ংকৰ ৰূপ ধাৰণ কৰে সেইকথা জানিও যেন কবিৰ বিশ্বাস কৰিবলৈ মন যোৱা নাই। সুন্দৰ উপমাৰে সজ্জিত কবিতাটি ভাষাৰ ফালৰ পৰা নহ'লেও ভাবৰ ফালৰ পৰা 'জোনাকী' যুগৰ কবিতাবোৰৰ সমকক্ষ।

## সীতাহৰণ কাব্য

'সীতাহৰণ কাব্য' পুথি আকাৰে প্ৰকাশিত হয় ১৯০২ চনত। এইখন অমিত্ৰাক্ষৰ ছন্দত ৰচিত আৰু কেইবাটাও সৰ্গত বিভক্ত। কাব্যখনিৰ বৰ্ণনা ৰীতি আড়ম্বৰপূৰ্ণ অলংকাৰেৰে ভৰপূৰ আৰু প্ৰকৃতি গাম্ভীৰ্যপূৰ্ণ। তেওঁৰ সন্মুখত আছিল সুখ্যাত কবি মাইকেল মধুসূদন দত্তৰ 'মেঘনাদ বধ' কাব্যৰ আদৰ্শ আৰু প্ৰেৰণা। তদুপৰি তেওঁৰ আগতেই ৰচনা কৰি উলিওৱা ৰমাকান্ত চৌধুৰীৰ 'অভিমন্যু-বধ' কাব্যয়ো তেওঁৰ সন্মুখৰ পথ মুকলি কৰিছিল।

'সীতাহৰণ কাব্য'ৰ কাহিনীভাগ ৰামায়ণৰ এটি অংশৰ আধাৰত ৰচিত। বাল্মিকী ৰামায়ণ নে তাৰ প্ৰান্তীয় অনুবাদৰ কোনো গ্ৰন্থ কবিয়ে আহি ৰূপে লৈছিল জনা নাযায়। তেওঁ জনা আৰু আনন্দ পোৱা মূল কাহিনীৰ মনত বৈ যোৱা ৰূপ ৰেখাৰ ওপৰতে তেওঁ কাব্যখনিৰ শৰীৰ নিৰ্মাণ কৰিছিল। এইখনি সাতোটি সৰ্গত বিভক্ত। মহাকাব্য নহয়, খণ্ডকাব্যহে। প্ৰথম সৰ্গত আছে ৰাম-লক্ষ্মণ আৰু সীতাৰ কথোপকথন, শূৰ্পনখাৰ প্ৰেম-নিবেদন আৰু নাসিকা ছেদনৰ কাহিনী। দ্বিতীয় সৰ্গত আছে শূৰ্পনখাৰ দশা দেখি খৰ দূষণৰ ক্ৰোধ ৰণ সজ্জা আৰু ৰণক্ষেত্ৰত মৃত্যুৰ বৰ্ণনা। তৃতীয় সৰ্গৰ বিষয় হ'ল ৰাৱণৰ দ্বাৰা সীতাহৰণৰ সংকল্প। চতুৰ্থ সৰ্গত মাৰীচে ৰাৱণক দিয়া মন্ত্ৰণাসমূহ বৰ্ণনা কৰা হৈছে। পঞ্চম সৰ্গত আছে শূৰ্পনখাৰ নাসিকা-ছেদন সম্পৰ্কে ৰাক্ষসকুলৰ মাজত হোৱা নানা লঘু আলোচনা। ষষ্ঠ সৰ্গত দেৱতাসকলৰ দ্বাৰা ৰাৱণৰ সীতা-হৰণত সহায় কৰাৰ কাৰ্য আৰু উদ্দেশ্য ব্যক্ত কৰা হৈছে। সপ্তম সৰ্গৰ বিষয় হ'ল মাৰীচ বধ আৰু সীতাহৰণ।

সমগ্ৰ কাব্যখনি বিচাৰ কৰিলে দেখা যায় যে কবিয়ে পৌৰাণিক আখ্যানৰ মূল শৰীৰৰ লগত প্ৰচুৰ পৰিমাণে কল্পনাৰ কথা-বস্তু মিশ্ৰণ কৰিছে। তেওঁৰ উদ্দেশ্য আছিল সীতা-হৰণৰ কাহিনীটিক কাব্য ৰূপ দিয়া, ৰামায়ণৰ অনুবাদ কৰাটো নহয়। সেয়েহে লোকৰঞ্জনৰ প্ৰতি লক্ষ্য ৰাখি তেওঁ নানা উপৰুৱা আৰু লঘু কথাও কাব্যখনিত সংযোগ কৰিছে। দুই-এটা নতুন কথাৰ সংযোজনৰ দ্বাৰা তেওঁ কাব্যখনিক আৰু অলপ সজীৱ কৰিবলৈ যত্ন কৰিছে। শূৰ্পনখাৰ দ্বাৰা ৰাম-লক্ষ্মণৰ কাষত প্ৰেম নিবেদনৰ বৰ্ণনাত তেওঁ মূল ৰামায়ণখনিৰ কথাতে আৰু অলপ ৰহণ সানিছে। ৰামে ইয়াত কৌতুক কৰি সীতাক সুধিছে –

কি বোলা সতি। সপত্নী হুইবে
বাঞ্ছে বালা তব সহ। দিয়া অনুমতি।

এই ধেমালিতে কৰা প্ৰশ্নটোৱে সীতাক আঘাত কৰিলে। সীতাই খং আৰু অপমানত শূৰ্পনখাক এনে গালি পাৰিবলৈ ধৰিলে যে তাই ক্ৰোধত দিশহাৰা হৈ সীতাক খাবলৈ মুখ মেলি খেদি আহিল। এইখিনি উপৰুৱা কথাৰ সেইবাবেই এটি উদ্দেশ্য বিচাৰি পোৱা যায়। কাব্যখনিত গাম্ভীৰ্যপূৰ্ণ ভাষাৰ মাজেৰেই একো একোটি লঘু পৰিৱেশ মাজে মাজে দাঙি ধৰা হৈছে। শূৰ্পনখাই তাইৰ নাক কাণ কটা যোৱাৰ কাৰণৰ বিষয়ে খৰ দূষণক কৈছে—যে তিৰোতা হিচাপে অন্য এজনী তিৰোতা সীতাক দেখি স্বাভাৱিকতেই তাই বন্ধুত্ব কৰি আনন্দ পাবলৈহে সীতাৰ ওচৰলৈ গৈছিল। তেতিয়াই নিষ্ঠুৰ ৰাম-লক্ষ্মণে কাড় মাৰি তাইৰ নাক-কাণ ছেদ কৰিলে। মূল ৰামায়ণৰ মতে কিন্তু তাই কৈছিল যে-ৰাম লক্ষ্মণক দেখি লোভ লাগি খাবলৈ যাওঁতেহে তাইৰ সেই দশা হ'ল মূলতকৈ 'সীতাহৰণ' কাব্যত থকা যুক্তি বেছি স্বাভাৱিক আৰু আমোদজনক। সেইদৰে পঞ্চম সৰ্গত আছে নিৰ্মল হাস্য-ৰসেৰে ভৰা এটা স্বাভাৱিক পৰিৱেশ য'ত লংকাৰ ৰাক্ষসীবোৰে শূৰ্পনখাৰ নাক-কাণটো কেনেকৈ কটা গ'ল সেই বিষয়ে নানা ধৰণৰ জল্পনা-কল্পনা কৰাৰ বৰ্ণনা আছে। আটাইবোৰ উক্তি স্বাভাৱিক আৰু গাঁৱলীয়া সমাজৰ পানী অনা ঘাটৰ মেলৰ দৰে আমোদজনক। শেষত ৰাক্ষসীবোৰে সিদ্ধান্ত কৰিলে যে প্ৰকৃততে চাগৈ যুৱক ৰাম-লক্ষ্মণে অকলে পাই শূৰ্পনখাক বল-প্ৰয়োগ কৰিব খুজিছিল, কিন্তু তাই সম্মত নোহোৱাত বেচেৰীৰ সেই দশা কৰিলে। অশিক্ষিতা গ্ৰাম্য-নাৰীৰ পক্ষে এনে চিন্তা স্বাভাৱিক বুলিয়েই ক'ব পাৰি।

চৰিত্ৰৰ মহত্ব ৰক্ষা কৰিবৰ বাবে কবিয়ে একোটা কাল্পনিক মাধ্যম গ্ৰহণ কৰাও দেখা যায়। কাব্যখনিৰ মতে, দেৱতাসকলে জানিছিল যে সীতা-হৰণৰ দ্বাৰাহে ৰাৱণৰ বিনাশ সম্ভৱপৰ। গতিকে মায়া আৰু সৰস্বতীক তেওঁলোকে সীতা-হৰণৰ পট-ভূমি সৃষ্টি কৰিবলৈ পঠিয়াইছিল। সুৱৰ্ণৰ হৰিণ বিচাৰি যোৱাৰ সময়ত সীতাৰ কণ্ঠত সেই দুষ্টা সৰস্বতীয়ে ঠাইলোৱাৰ বাবেহে লক্ষ্মণক সীতাই ককৰ্থনা কৰি কু-বাক্য বুলিব পাৰিছিল—

দুৰ্ম্মুখ দুৰ্ম্মুখ তই। প্ৰভুৰ অভাৱে
পুৰাবি কি স্বামীস্থল? কহিছ সিহেতু
'কি চিন্তা তোমাৰ, সতি, পতিৰ কাৰণে।'

সৰস্বতীৰ প্ৰভাৱতহে কু-বাক্য বোলাৰ বাবে সীতাৰ চৰিত্ৰ বহুপৰিমাণে দোষহীন হৈ পৰিছে। অৱশ্যে মাইকেল মধুসূদনৰ 'মেঘনাদ বধ'ৰ প্ৰেৰণাত ৰচনা কৰিলেও সেইখনিৰ দৰে চৰিত্ৰৰ বিকাশ 'সীতাহৰণ'ত পোৱা নাযায়। ইয়াত চৰিত্ৰসমূহ সীমিত পৰিসৰত ম্লান নক্ষত্ৰৰ দৰে বিৰাজ কৰিছে। তাৰ মাজত কিছু উজ্জ্বল হ'ল সীতাৰ চৰিত্ৰ। কৌতূহল পূৰণৰ বাবে ৰামক ইটো সিটো প্ৰশ্ন সুধি থকা সীতাক এগৰাকী বালিকাৰ দৰে সৰল যেন লাগে। শূৰ্পনখাৰ ৰামৰ প্ৰতি প্ৰেম-নিবেদন দেখি খঙত জ্বলি উঠা সেই সীতাই হৈ পৰিছে এগৰাকী পতি-প্ৰাণা নাৰী। সোণৰ হৰিণ দেখি আকুল হৈ উঠা অবুজ প্ৰকৃতিৰ সীতাৰ মাজত দীপ্ত আৰু দৃঢ় এক ৰূপ জিলিকি উঠিছে যেতিয়া পৰস্ত্ৰী-হৰনেচ্ছু ৰাৱণৰ কু-বাক্যত—

সুপ্তা ভুজাগিনী যেন, জোকালে কেনোএ
তুলি শিৰ ধৰি ফণা ফোঁপায সকোপে

সেইদৰে সীতাই কৈ উঠিছে—

নীচাশয নিশাচৰ বৰ্ব্বৰ পামৰ
পাপবাক্য মুখে তোৰ? জ্বলোক পাবক
তোৰ পাপ-দশাননে।

তাৰ পিছতো যেতিয়া অসহায়া সীতাক ৰাৱণে হৰণ কৰি নিলে তেতিয়া বায়ু, বনৰ পখী, বনৰকুসুমক কাকুতি কৰি ৰামক সেই বাৰ্তাৰ দিবলৈ অনুৰোধ কৰা সীতাৰ প্ৰকৃতিত কাৰুণ্য নিগৰি ওলাইছে।

ৰামৰ চৰিত্ৰত দেৱত্ব নাইবা বীৰত্ব বিশেষ প্ৰকাশ পোৱা নাই। তেওঁৰ পৰিহাসপ্ৰিয় আৰু স্নেহময় প্ৰকৃতিহে প্ৰকট হৈ আছে। লক্ষ্মণৰ চৰিত্ৰতো

মুঠেই বিকাশ ঘটা নাই। তাৰ তুলনাত বেছি সজীৱ হৈছে অহংকাৰী, লোভী আৰু অসাধু প্ৰকৃতিৰ ৰাৱণৰ চৰিত্ৰ। এই ৰাৱণ মূলে ৰামায়ণৰ বীৰ আৰু ৰাজোচিত গুণৰ অধিকাৰী হৈ থকা নাই। তেওঁৰ চৰিত্ৰ অৱনমিত হৈছে।

ভোলানাথ দাসৰ ৰচনাৰ বৈশিষ্ট্য হ'ল অমিতাক্ষৰ ছন্দৰ প্ৰয়োগ। এই ছন্দত তেওঁৰ অনুশীলন সকলো ক্ষেত্ৰতে নিমজ আৰু স্বচ্ছন্দ হোৱা নাই যদিও থুল-মূল বিচাৰত তেওঁ সফল হৈছে বুলিযেই ক'ব লাগিব। এইবিধ ছন্দসঞ্জাত ভাবৰ অনুসৰণ কৰিহে ছন্দই বাট বুলে। সেয়েহে কাব্যৰ বাবে ই এটি উপযোগী মাধ্যম। মাইকেল মধুসূদনৰ দৰে ভোলানাথ দাসৰ ভাষা শৈলী সুন্দৰ আৰু নিমজ নহয় যদিও এই ছন্দৰ অনুসৰণ কৰাটোৱেই তেওঁৰ ডাঙৰ কৃতিত্ব। পৌৰাণিক কাব্যৰ আৰ্হিত তেওঁ নিজা কাব্যখনি প্ৰচুৰ পৰিমাণে অলংকাৰেৰে সজাইছিল। বক্রোক্তি, যমক আদি অলংকাৰ নানাভাৱে নানা ঠাইত তেওঁ ব্যৱহাৰ কৰিছে। বক্রোক্তিৰ উদাহৰণ

কণ্টকৰ ভয়ে কোন পুষ্প আহৰণে
কুণ্ঠিত ? বিৰত কোন, তৰঙ্গ তৰ্জ্জনে
ৰত্নাকৰ গৰ্ভ হস্তে ৰত্ন উত্তোলনে ?

যমকৰ উদাহৰণ—

তব কোপানলে পৰি অনঙ্গ অনঙ্গ
হুইছিলে।

এনে উদাহৰণ অসংখ্য আছে। অলংকাৰৰ অত্যাধিক প্ৰয়োগৰ বাবে কাব্যখনিৰ ভাষা ঠায়ে ঠায়ে জটিল আৰু দুৰ্বোধ্য হৈ পৰা পৰিলক্ষিত হয়। ৰাক্ষস বুজাবলৈ কৰ্ব্বুৰ, হনুষ, অনুশৰ আদি শব্দ প্ৰয়োগ কৰাৰ দৰে আৰু নানা অপ্ৰচলিত দুৰ্বোধ্য শব্দৰে কাব্যখনি ভাৰাক্ৰান্ত হৈ আছে। অৱশ্যে মনোৰম আৰু জীৱন্ত বৰ্ণনাও ইয়াত যথেষ্ট পোৱা যায়। লংকাৰ ৰাজসভা, সন্ধ্যাৰ প্ৰকৃতি, যুদ্ধক্ষেত্ৰৰ বিভীষিকা আদিৰ বৰ্ণনা সজীৱ কৰি তোলাত শব্দচয়নে যথেষ্ট সহায় কৰিছে। গতিকে ৰচনাৰ কাল আৰু সেই সময়ৰ সাহিত্যিক বাতাবৰণলৈ চাই ভোলানাথ দাসৰ প্ৰতিভা স্বীকৃতি পোৱাৰ যোগ্য।

## কমলাকান্ত ভট্টাচাৰ্য

কমলাকান্ত ভট্টাচাৰ্যৰ ( ১৮৫৩-১৯৩৬ ) কবিতাত খং আৰু বিদ্ৰোহৰ

জুইকুৰা ইমানেই বেছিকৈ জ্বলি আছিল যে তেওঁ ঘাইকৈ অগ্নিকবি বুলিহে জনাজাত। এওঁৰ ৰচনাৰ বৈশিষ্ট্য হ'ল তীব্ৰ স্বদেশপ্ৰেম। এই স্বদেশপ্ৰেম ফুটি উঠিছিল প্ৰচণ্ড ক্ৰোধ আৰু ক্ষোভৰ মাজেৰে। 'জোনাকী'ৰ বৃত্তৰ মাজত এওঁ সোমোৱা নাছিল অথচ বেজবৰুৱা আৰু আগৰৱালাৰ সময়তে এওঁ সাহিত্য চৰ্চা কৰিছিল। সাহিত্য চৰ্চা বোলাতকৈ কোৱা উচিত, দেশৰ মংগলচিন্তা তেওঁ ৰচনাৰ মাজত প্ৰকাশ কৰিছিল। প্ৰতিখনি ৰচনাই যে উন্নত সাহিত্যৰ শ্ৰেণীলৈ উঠিছিল সেইকথা অৱশ্যে কোৱা টান। কবি ৰূপেও তেওঁ প্ৰতি ক্ষেত্ৰতে বিকশি উঠিব পৰা নাছিল। তাৰ কাৰণ হ'ল, তেওঁৰ মনৰ মাজত থকা ক্ষোভ আৰু বেদনাৰ জুয়ে কবিতাৰ মাজৰ কোমলতা আৰু ছন্দগত নিমজতা মাজে-সময়ে দাহি পেলাইছিল। অৱশ্যে 'পাহৰণি', 'জাতীয় গৌৰৱ' আদি কবিতা তেওঁৰ সাৰ্থক ৰচনা। 'চিন্তানল' আগছোৱা (১৮৯০) শেহছোৱা (১৯২২) আৰু 'চিন্তাতৰঙ্গ' আগছোৱা (১৯৩৩) তেওঁৰ কবিতাৰ পুথি। দুয়োখনৰ মাজত তেওঁৰ কবি প্ৰাণৰ প্ৰকাশৰ স্পৃহা দেখা যায়। বেছিভাগ কবিতাতে প্ৰচলিত সমাজ ব্যৱস্থাৰ প্ৰতি তেওঁৰ অনাস্থা, অসমীয়া মানুহৰ প্ৰকৃতি দেখি ক্ষোভ, অতীতৰ সোণাময় দিনৰ তুলনাত বৰ্তমানৰ দুৰ্দশা ভৰা দেশৰ ছবি দেখি আশ্চৰ্য আৰু ব্যথা, অন্য দেশ আৰু জাতিৰ তুলনাত অসম আৰু অসমীয়াক পিছপৰি থকাৰ বাবে আক্ষেপৰ ভাব প্ৰকাশ পাইছে। এই একেবাৰে ভাবেই বিস্তাৰিত হৈছে তেওঁৰ গদ্য ৰচনাসমূহলৈ যিহেতু এই প্ৰচাৰধৰ্মী মনোভাব কবিতাতকৈ গদ্যৰ লগত বেছি খাপখোৱা। তেওঁৰ গদ্যসমূহ আছিল সজীৱ, শক্তিশালী, প্ৰাঞ্জল আৰু তেওঁৰ কবিতাতকৈ সাৰ্থক। ভট্টাচাৰ্যৰ কবিতাত কবিতাসুলভ কোমলতাৰ ঠাইত দেশৰ মানুহক ধিক্কাৰ দিয়া কঠোৰ মনোবৃত্তি এটি ফুটি উঠা দেখা যায়। তেওঁ দেখিছে, বাহিৰৰ পৃথিৱীৰ মুকলি পোহৰত অন্য দেশ-জাতি বহুতো আগবাঢ়ি গৈছে। অসমবাসী কিন্তু এতিয়াও অচেতন। তেওঁলোকৰ মনত লাজ সংকোচ অপমানৰ কোনো প্ৰতিক্ৰিয়া ঘটা নাই। সেয়ে তেওঁ সকিয়াই দিছে—

নেলাগেনে লাজ অসম সমাজ
হাঁহে সভ্যজাতি অসভ্য বুলি
ক্লেশ অপমান ভুগিছা কিমান
নোচোৱানো কিয় এলাহ ভুলি ?

তেওঁৰ অন্তৰত আছে আশা আৰু হতাশা দুয়োটা। মাতৃভূমিৰ ঐশ্বৰ্য

আৰু সম্ভাৱনাই তেওঁৰ প্ৰাণত আশাৰ সঞ্চাৰ কৰে, অথচ নিৰ্বিকাৰ, উদাসীন আৰু আলস্যপ্ৰৱণ অসমবাসীৰ প্ৰকৃতি দেখি তেওঁ দুখে-বেজাৰে ভাৱিবলৈ বাধ্য হয়—

পূৰ্বজনমৰ কি শাপে
পালে কিবা পাপে অসমদেশ
এই শাপফলে যুগ যুগ কালে
নাই অসমীযাৰ বুধিৰ লেখ।

'জাতীয় গৌৰৱ' নামৰ কবিতাটোৰ মাজেৰে কবিৰ আক্ৰোশ অধিক তীব্ৰভাৱত ফুটি উঠিছে। অসমীয়া মানুহে যে গুণীক সমাদৰ কৰিব নাজানে, প্ৰকৃত গুণৰ মোল নাপায, সেই কথা তেওঁ আক্ষেপেৰে উপলব্ধি কৰিছে। প্ৰাচীন অসমৰ গুণী জ্ঞানী কবি-মহাপুৰুষ সকলক অসমবাসীযে পাহৰি পেলাইছে। তাকে তেওঁ কৈছে—

কত পৰিশ্ৰম কৰি কবিজন
সাজিলে মৌবাহ কেবল বৃথাই
আজি অসমত ডেকাৰ-মাজত
বিচাৰি কোনো তাক খাওঁতা নাই।
বাপেকৰ নাম নজনা সন্তান
কালে হ'ল আজি এই মাটিখান।
পঢ়িছে মিল্টন পঢ়ে বাইবেল
দেখোঁ সোঁ দলে শলাগ লৈ
স্বজাতি অসভ্য ঘিনি হয সভ্য
পিতাৰ পুত্ৰৰ নাই পৰিচয।

তেওঁৰ অন্যএটি হৃদয় পৰশা কবিতা 'পাহৰণি'ৰ মাজত কবিৰ হৃদয়ে যেন বিলাপ কৰি উঠিছে।

চিঞৰি মাতিছে শুনা ব্ৰহ্মপুত্ৰে
শিলনি ডবাত নিবলে বহি
বিলাপে ই নদে যেই দিন ধৰি
আৰ্যৰ গৌৰৱ পৰিল খহি।

তেওঁৰ চকুত পৰে জাতিভেদ আদি নানা কুসংস্কাৰত এতিয়াও বুৰগে

আছে দুৰ্ভগীয়া দেশ। পৰাধীনতাৰ শিকলিত আৱদ্ধ এই দেশৰ অন্ধকাৰ ভৱিষ্যতৰ কথা ভাবি তেওঁৰ প্ৰাণে কৈ উঠে—

নাইমিল কাৰো দুৰ্ম্মতি সন্তান
চৌষষ্টি পয়ষষ্টি বেলেগজাত
ই হেন জাতিক হায় কোন দিনে
দিব একতাই সাদৰৰ মাত!
পাহৰাণি হেৰা, তোমাৰ অনন্ত
গৰ্ভত থোৱা নি এই ভাৰতক
আন্ধাৰ সিন্ধুৰ অতল তলত
পেলোৱা নি, যেন সবে পাহৰোক।

কবিজনাৰ বিষয়ে মহেশ্বৰ নেওগে কৈছে, 'জোনাকী'ৰ আঁতৰে-আঁতৰেই 'অৰুনোদই'ৰ যুগৰ পঁৰা মৃত্যুৰ সময়লৈকে আধুনিক অসমীয়া সাহিত্যৰ সমস্ত যুগ ঢাকি লৈ স্বদেশপ্ৰেমৰ একুৰা চিৰ-অনিৰ্বাপিত অগনি লৈ তাৰ ফিৰিঙতিবোৰ নানা গদ্য-পদ্য-প্ৰবন্ধত ছটিযাই আহিছিল। তেওঁৰ কবিতাত লিৰিকৰ গঢ় আছে, কিন্তু 'কবিতাৰ ছন্দৰ লাগ-বান্ধ নাই'।

এই লাগ-বান্ধ নোহোৱা কবিতাবোৰৰ মাজেৰেই কবিজনাৰ কবি-প্ৰতিভাৰ সুন্দৰ উমান পাব পাৰি।

**বলদেৱ মহন্ত**

এই কালৰ এজন ভাল কবি বলদেব মহন্তৰ (১৮৫০-৯৭) কবিতাবোৰ আছিল ঘাইকৈ ল'ৰা-কবিতা। তেওঁৰ কবিতা কেতিযাবা নীতিশিক্ষামূলক, কেতিযাবা সৰল হাস্যৰসমূলক আৰু কেতিযাবা উপদেশমূলক। ১৮৭৪ চনত মহন্তই লিখা 'উজুপাঠ' প্ৰকাশ হৈ ওলায। মহন্তৰ ৰচনাৰ সৌন্দৰ্য হ'ল নিমজ আৰু স্বচ্ছল ছন্দৰীতি। সৰল কথনভংগীৰ মাজেৰে ওৰেজীবন মনত ৰৈ যাব পৰা কবিতা তেওঁ ৰচনা কৰিছিল। এটি উদাহৰণ 'কাৰ সুখ-নাই' কবিতাটি। তাৰে দুফাকিমান—

সুখ নাই সুখ নাই ক'তো ধৰুৱাৰ,
অনুমাত্ৰ সুখ নাই চিৰ ৰুগীযাৰ।
সুখ নাই যিটো সদা গোচৰত ফুৰে,
মাতৃৰ অসুখ যদি পুত্ৰ থাকে দূৰে।

এই সৰল-সহজ কবিতাবোৰে কিছুমান চিৰন্তন সত্যক নতুন ৰূপত দাঙি ধৰে। এনেকুৱা শুৱলা আৰু ঘৰুৱা ঠাঁচেৰে কবিতা ৰচনা কৰা কবি প্ৰকৃততে বিৰল।

## পদ্মাৱতী দেৱী ফুকননী

পদ্মাৱতী দেৱী ফুকননীৰ (১৮৫৩-১৯২৭) নাম কবিতাতকৈও অসমীয়া উপন্যাসৰ আদিতম ৰূপৰ বাবেহে বেছি খ্যাত। কিন্তু তেওঁৰ মাজত যে সুকোমল এখন কবি হৃদয় আছিল তাৰ উমানো পোৱা যায়। তেওঁৰ কবিতাত সৰলতাই আছিল ঘাই সৌন্দৰ্য। অনাড়ম্বৰ অথচ মনোৰম তেওঁৰ ৰচনা-শৈলীৰ সুন্দৰ উদাহৰণ পোৱা যায় 'ফুলৰাণী' নামৰ কবিতাটিত। তাৰে অলপ উদাহৰণ—

চোৱাচোন সখী, মোক কেনে দেখি, ৰূপহী হৈছোনে মই
ফুলেৰেই সাজিছোঁ, কি ৰূপ ধৰিছোঁ, দেখিলে খাবানে ভয়?
সুগন্ধি ফুলৰ গাঁথি চন্দ্ৰহাৰ হিয়াত পিন্ধিছো সখী
নবৰত্নমালা গাঁথি যতনেৰে থৈছোঁ হাতত ৰাখি।
দহো আঙুলিত ফুলৰ আঙঠি পিন্ধিছো হেঁপাহত মই,
খোপাৰ ওপৰত মালতীৰ থোপা পৰিছে ভোমোৰা চয়।

এই ৰীতি ব্যক্তিগত অনুভৱৰ কোমলতাৰ ওপৰত প্ৰতিষ্ঠিত। অলংকাৰ বিহীন এই কবিতাত স্বভাৱোক্তি জিলিকি আছে সকলো সুকোমল সৌন্দৰ্যৰে সৈতে। 'প্ৰাৰ্থনা' নামৰ কবিতাটিত তেওঁৰ সৰল প্ৰাণৰ ভগবৎ-বিশ্বাস ফুটি উঠিছে। 'প্ৰকৃতিৰ শোভা' নামৰ কবিতাত সংসাৰৰ মাজত তেওঁ দেখিছে চিৰ-সুন্দৰৰেই ৰূপৰ বিকাশ—

ধন্য ধন্য ভগৱন্ত ধন্যহে ধেমালি,
বিশ্ব-ব্ৰহ্মাণ্ডক লৈ আছাহু উমলি।

অসমীয়া সাহিত্যলৈ তেতিয়াও নহা ৰমন্যাসবাদৰ কোমলতা ফুকননীৰ কবিতাত ফুটি উঠা দেখা যায়। ভাৰতীয় প্ৰাচীন সাহিত্যৰ অধ্যয়ন আৰু ব্যক্তিগত কবি-প্ৰাণৰ সংবেদনশীলতাই হয়তো ইয়াৰ কাৰণ।

## বলিনাৰায়ণ বৰা

বলিনাৰায়ণ বৰাৰ (১৮৫২-১৯২৭) জন্ম হৈছিল উত্তৰ গুৱাহাটীত। কৰ্মক্ষেত্ৰত তেওঁ আছিল এজন সুদক্ষ অভিযন্তা। কিন্তু সাহিত্যৰ প্ৰতিও

তেওঁৰ আছিল গভীৰ অনুৰাগ। কবি ৰূপে বেছি খ্যাত নহ'লেও সংযত ব্যংগ ৰস প্ৰকাশৰ বাবে বৰাৰ দুই-এটি কবিতা এতিয়াও জনপ্ৰিয় হৈ আছে। 'ডাঙৰীয়া' আৰু 'অসমীয়া বাবু' নামে কবিতাৰ মাজত এই ৰস স্পষ্ট। ১৮০৮ শকত বৰা ডাঙৰীযাই 'মৌ' কাকত প্ৰকাশ কৰিছিল। নামত নহ'লেও কামত তেৰেঁই আছিল সম্পাদক। তেওঁৰ নিজস্ব নীতি আৰু আদৰ্শ এই কাকতখনৰ মাজেদি প্ৰকাশ পাইছিল, সেযে সেই সময়ৰ কলিকতা প্ৰৱাসী বেজবৰুৱা আদি ছাত্ৰসকলৰ আদৰ্শৰ লগত নিমিলাত ছাত্ৰসকলৰ বাধা আৰু ষড়যন্ত্ৰৰ বাবে মাথোন চাৰিটা সংখ্যা প্ৰকাশ পোৱাৰ পিছতে 'মৌ'ৰ মৃত্যু হয। এই ঘটনাই তেওঁক শোক দিছিল আৰু বিতুষ্ট কৰিছিল। অসমীযা ভাষাত চৰ্চা কৰা তেখেতে তেতিযাৰ পৰা এৰি দিছিল। তেওঁৰ গদ্য আছিল বলীষ্ঠ আৰু পদ্য আছিল ৰসাল। চৰ্চা এৰি নিদিযা হলে বলিনাৰাযণ বৰা এজন আগশাৰীৰ সাহিত্যিক হ'লহেঁতেন বুলি ভবাৰ থল থাকি গ'ল।

গতিকে দেখা গ'ল যে অসমীযা কবিতাৰ প্ৰথমৰ ফালৰ এই সমযখিনি কিছুমান স্বকীয বৈশিষ্ট্যৰে ভৰা। কবিসকলৰ হৃদযৰ ভাব অনুভূতিত প্ৰাচীন কালৰ মোহ তেতিযাও আছিল, নতুন দিনৰ পোহৰ দেখ-নেদেখকৈ পাৰিলেও তাৰ জেউতিত বাট বুলিব পৰা অবস্থা তেতিযাও হোৱা নাছিল। তেনে পৰিবেশত কবিতা লিখিবলৈ—আগবাঢ়ি অহা কবি সকলৰ ঘাই প্ৰেৰণা আছিল নিজৰ প্ৰাণৰ সম্পদ। ৰমাকান্ত চৌধুৰী আৰু ভোলানাথ দাসৰ দৰে কবিসকলৰ সমুখত বংগীয সাহিত্যৰ আৰ্হি আছিল যদিও সমানেই কাম কৰিছিল পৌৰাণিক ভাৰতীয সাহিত্যৰ প্ৰেৰণাই। কবিতাত স্বদেশ-প্ৰেম ৰমন্যাসিক যুগৰে দান বুলি ভবা হয যদিও অসমীযা কবিতাত তাৰ বীজ দেখা যায কমলাকান্ত ভট্টাচাৰ্যৰ কবিতাত, যিজনে ৰমন্যাসিক যুগৰ আগৰে পৰাই সাহিত্য ৰচনা কৰিছিল। জোনাকী যুগতো তেওঁ কবিতা ৰচনা কৰিছিল, কিন্তু জোনাকী-বৃত্তৰ মাজত থাকি নহয়, আঁতৰে আঁতৰে আৰু অকলে আপোন মনে। অন্য এগৰাকী কবি পদ্মাবতী দেৱী ফুকননীৰ কবিতাৰ কোমলতা আৰু সৰলতা সঁচা কবিপ্ৰাণৰ নিভাঁজ চানেকি। বলদেব মহন্তৰ ল'ৰা-কবিতা আৰু বলিনাৰাযণ বৰাৰ ব্যংগ কবিতাও এইকালৰ মূল্যবান অৱদান। 'ডাঙৰীযা' আৰু 'অসমীযা বাবু'ৰ মাজত থকা নিমজ ব্যংগ ৰসৰ তুলনা পিছৰকালৰ কবিতাত পাবলৈ নাই।

সেয়েহে ক'ব পৰা যায় যে এই কালৰ কবিতাসমূহ সৰ্বাংগসুন্দৰ নহ'লেও

আধুনিক কবিতাৰ বাবে পথমুকলি কৰাৰ বাবেই এইবোৰৰ বিশেষ মূল্য আছে।

## জোনাকী যুগৰ কবিতা

জোনাকী যুগৰ কবিতা বুলিলেই কল্পনা আৰু সৌন্দৰ্যৰ পাৰবাগৰা লহৰৰ কথা মনলৈ আহে। অসমীয়া কবিতাৰ নবজন্ম হৈছিল এই যুগতে। ইয়াৰ মূলতে আছিল এচাম শিক্ষিত যুবকৰ মাতৃ-ভাষাপ্ৰেম আৰু মাতৃভাষাৰ সাহিত্যৰ পুনৰ প্ৰতিষ্ঠাৰ বাসনা। তেওঁলোকৰ উদ্যম আৰু বাসনাই কেনেকৈ 'জোনাকী' কাকতৰ জন্ম দিলে আৰু কেনেকৈ জোনাকীৰ বুকুৰে ৰমন্যাসবাদৰ ঢল আহি অসমীয়া কবিতা সঞ্জীবিত কৰি তুলিল, সেই কথা প্ৰতিজন অসমবাসীয়ে গৌৰব আৰু কৃতজ্ঞতাবে স্মৰণ কৰে। তেতিয়াৰ অসমীয়া যুৱকে উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যাবলগীয়া হৈছিল। কলিকতা তেতিয়াও আছিল বংগদেশৰ সাহিত্য-সংস্কৃতিৰ ঘাই-কেন্দ্ৰ আৰু সকলো নতুন চিন্তাৰ পীঠস্থান। অষ্টাদশ শতিকাৰ অন্তিম ভাগত পাশ্চাত্য জগতত যি ৰমন্যাসবাদৰ অভ্যুত্থান ঘটিছিল, তাৰ মূলতে আছিল ঘাইকৈ ফৰাচী বিপ্লৱৰ ফলত সৃষ্টি হোৱা নতুন চেতনা। এই চেতনাই বংগদেশৰ শিক্ষিত সমাজত প্ৰৱেশ কৰিছিল ইংৰাজী সাহিত্যৰ যোগেদি। ফৰাচী, জাৰ্মান আৰু ইংৰাজী সাহিত্যত প্ৰকাশ পোৱা ৰমন্যাসবাদৰ ধাৰণাই সমগ্ৰ বিশ্বতে তোলপাৰ লগাইছিল। অসমীয়া ডেকাসকলে সেই নতুন চেতনাৰ সম্ভেদ পাইছিল কলিকতাৰ শৈক্ষিক আৰু সাংস্কৃতিক বাতাবৰণৰ মাজত। বাহিৰৰ জগতৰ ৰং-ৰূপ দেখি তেওঁলোক বেছিকৈ সচেতন হৈ উঠিছিল মাতৃভূমি আৰু মাতৃভাষাৰ দীনদশাৰ প্ৰতি। সেই সচেতনতাৰ ফলস্বৰূপেই জন্ম লৈছিল 'জোনাকী' কাকতৰ, যাৰ উদ্দেশ্য আছিল "দেশৰ উন্নতি, জোনাক।" 'জোনাকী'-ৰ প্ৰথমৰ ফালৰ তিনি ঘাই ব্যক্তিত্ব—লক্ষ্মীনাথ বেজবৰুৱা, চন্দ্ৰকুমাৰ আগৰৱালা আৰু হেমচন্দ্ৰ গোস্বামীৰ প্ৰতিভাৰ সোণৰ কাঠিৰ পৰশত অসমীয়া কবিতা ঠন ধৰি উঠিছিল ন পানী পোৱা অংকুৰৰ দৰে। সেই অংকুৰ যেতিয়া ক্ৰমে পোখা মেলি সময়ত এজোপা বিশাল বৃক্ষ হ'ল, তাৰ লগত জড়িত হৈ পৰিল আৰু ভালেমান কবিৰ নাম। জোনাকীযুগৰ সামান্য পিছৰ কালৰ কবিসকলৰ অৰিহণাৰ দ্বাৰাও এই যুগৰ কবিতাৰ প্ৰচ্ছায়া গঠিত হৈছিল। আগৰৱালা, বেজবৰুৱা আদিৰ সমুখত আছিল ৰমন্যাসবাদক আমাৰ সাহিত্যলৈ আদৰি

অনাৰ এক ইচ্ছাকৃত দায়বদ্ধতা। গতিকে প্ৰেম, দেশপ্ৰেম, বিস্ময়ৰ অপূৰ্ব মনোভাৱ, অতীতলৈ ঘূৰিচোৱাৰ প্ৰবৃত্তি, মানুহৰ অসীম সম্ভাৱনাৰ প্ৰতি আস্থা-স্থাপন আদি বিবিধ বিষয় লৈ একেজন কবিয়েই কবিতা ৰচনা কৰিছিল। তেওঁলোক আছিল ৰমন্যাসিক সাহিত্যৰ বিবিধ শাখাৰ দুৱাৰ মুকলি কৰোঁতা। সেই দুৱাৰেদি প্ৰৱেশ কৰি পিছলৈ একো একোজন কবিয়ে প্ৰেম, প্ৰকৃতি, ৰহস্যবাদ আদিৰ সম্পূৰ্ণ একোখন ক্ষেত্ৰত বিচৰণ কৰিছিল। এইসকল সাহিত্যপ্ৰেমী যুৱকে আগৰচামৰ পৰা পোৱা সাহিত্যিক পৰম্পৰাক নেওচি নতুন ৰীতি, নতুন আদৰ্শ আৰু নতুন ভাবধাৰা আদৰি লৈছিল। তেওঁলোকৰ মনত আছিল পৰাধীন দেশৰ গ্লানি আৰু অসমৰ লুপ্তপ্ৰায় গৌৰৱৰ পুনৰুদ্ধাৰৰ হাবিয়াস। পাশ্চাত্যৰ পৰা অহা নতুন বতাহে তেওঁলোকৰ সাহিত্য চেতনাৰ গতি নিৰ্ণয় কৰিলেও ভাৰতীয় সাহিত্যৰ গৌৰৱময় পৰম্পৰাও তেওঁলোকে পাহৰি পেলোৱা নাছিল। সেয়েহে 'জোনাকী' যুগে আৰম্ভ কৰা কবিতাৰ গতি আছিল কোমলতা, চঞ্চলতাৰে ভৰা, তাৰ লগে লগে আছিল ভাব-ভাষা-ছন্দত নিত্য-নতুন বৈচিত্ৰ্য। ভাৰতীয় চিন্তাধাৰাৰ গুৰু-গম্ভীৰ সুৰেও কোনোৱাবা কবিতাবোৰত গাম্ভীৰ্য প্ৰদান কৰিছিল। 'জোনাকী' যুগৰ কেইজনমান কবিৰ কবিতা তলত আলোচনা কৰা হ'ল।

## চন্দ্ৰকুমাৰ আগৰৱালা

চন্দ্ৰকুমাৰ আগৰৱালাৰ কবিতাৰ যোগেদি কেইবাটিও নতুন দিশে অসমীয়া কবিতাত প্ৰৱেশ কৰিলে। তেওঁৰ আগলৈকে অসমীয়া কবিতা আছিল বন্ধ পানীৰ দৰে স্থবিৰ। আগৰৱালাই যেন সেই পানীৰ পাৰহে ভাঙি দিলে, উচ্ছল নদীৰ দৰে নানা শাখাৰে বৈ গ'ল অসমীয়া কবিতাৰ প্ৰাণময় সুঁতি। প্ৰকৃতি, সৌন্দৰ্য, ব্যক্তিগত প্ৰেম-প্ৰণয় আৰু ক্ষুদ্ৰমানৱৰ মহান শক্তি আছিল 'জোনাকী' যুগৰ কবিতাৰ ঘাই বিষয়-বস্তু। আগৰৱালাৰ কবিতাৰ ইযাত প্ৰায়বোৰৰে পূৰ্ণতম বিকাশ দেখা যায়।

'প্ৰতিমা' আৰু 'বীণ-বৰাগী'ৰ মাজেৰে আগৰৱালাৰ কবি-প্ৰতিভাৰ জিলকনি ফুটি উঠিছে। সেই জিলিকনিৰ সম্যক ৰূপৰ ধাৰণাৰ বাবে কেইটিমান বিশেষ কবিতাৰ আলম ল'ব পাৰি। প্ৰথমতেই 'প্ৰতিমা'ৰ সৌন্দৰ্যৰ ফালে মন কৰিলে দেখা যায় যে আগৰৱালাৰ নতুন পোহৰে ভৰা কবি-প্ৰাণে ইয়াত প্ৰকাশৰ বাট বিচাৰিছে—

"আধাফুটা আবেগৰ ইমান জুমুৰি
দিলো মেলি হৃদয় দুৱাৰ।"

এই ৰীতি নতুন, কোমলতা আৰু অস্পষ্টতাৰে ভৰা, কবিৰ প্ৰাণত প্ৰকাশৰ বাট বিচৰা অনুভূতিৰ আধিক্যত যি বিষাদৰ সৃষ্টি হয়, তাৰ উমান তেওঁৰ কবিতাত আছে। তেওঁৰ কবিতা বহুমুখী। ব্যক্তিগত শোকৰপৰা মহাজাগতিক সৌন্দৰ্যলৈকে নানা বিষয় সামৰি তেওঁ কবিতা ৰচনা কৰিছে। মানৱ-জীৱনৰ ক্ষুদ্ৰতা, নীচতা আৰু যন্ত্ৰণাই তেওঁক বিষাদিত কৰাৰ লগতে মানৱৰ মহত্বযো তেওঁক অভিভূত কৰিছে। মানুহৰ শ্ৰেষ্ঠতম সম্পদ হ'ল প্ৰেম। এই প্ৰেমৰ বিষযে তেওঁ কয—

"যি প্ৰেমেই তোমাৰ সম্বল
সেয়ে স্পৰ্শমণি সংসাৰৰ।"

সংসাৰৰ সিপাৰে থকা সৌন্দৰ্যৰ মহামেলা তেওঁৰ কবিপ্ৰাণত ধৰা পৰে। তেওঁৰ অনুভৱত মানুহৰ জীৱনৰ উদ্দেশ্যই হ'ল সৌন্দৰ্যৰ মহানুসন্ধান— 'সৌন্দৰ্যৰ আৰাধনা জীৱনৰ খেল'। মানুহৰ মাজত নানা ৰূপ, নানা লীলা। মানুহৰ ৰহস্যৰ পাৰাপাৰ নাই। মানুহৰ মাজত এক ৰহস্যময চিৰসুন্দৰৰ প্ৰকাশ দেখি কবিযে বিস্ময়ৰ সুৰত কৈ উঠিছে—

"সৃষ্টি পাতনিৰে পৰা নীল আকাশত
কিৰণৰ জাল মেলি ডাৱৰ ধৰিছা
টিপচীটি হৈ উঁৰি টিপতে লুকাই
গৰুড়ৰ পখামেলি বিচাৰি ফুৰিছা।"

আগৰৱালাৰ কবিতাৰ এটি মনোৰম গুণ হ'ল আধাফুলা সৌন্দৰ্যৰ বন্দনা। এই বন্দনা পাৰ বাগৰি উপচি পৰিছে 'মাধুৰী' আৰু 'কিশোৰী' নামৰ কবিতাত। অসমীযা কবিতাত এই সুৰ অভিনৱ। কবি ৱৰ্ডছৱৰ্থৰ 'লুচি' ত থকাৰ দৰে—অকলশৰীয়া তৰা আৰু আধা ঢাক খাই থকা ফুলৰ ৰূপৰ শোভা আমাৰ কবিৰো হৃদয়ে অনুভৱ কৰিছে। কৈশোৰ আৰু যৌৱনৰ দোমোজাত থকা নাৰী-ৰূপৰ মাজত তেওঁ প্ৰত্যক্ষ কৰিছে স্বৰ্গীয় এক শোভনতা, যাৰ তুলনা অন্যত পাবলৈ নাই। তেওঁৰ অনুভৱে জন্ম দিছে এনেবোৰ সুন্দৰ স্তৱকৰ—

"সোলোকাই মোকলাই
এধাবন্ধা খোপাটি
হয়নে নহয় কৈ
আধাফুটা মাতটি।
শুনোকি নুশুনো ঐ
উটি অহা গীতটি
ৰিণিকি ৰিণিকি কৈ
ক'ৰবাৰ বাঁহীটি।"

সৰগ-মৰত মিহলি কৰা সৌন্দৰ্যৰে প্ৰতিভাত হৈ উঠিছে তেওঁৰ 'মাধুৰী'ৰ ৰূপশোভা।

আগৰৱালাৰ কবিতাৰ অন্য এটি বৈশিষ্ট্য হ'ল অতি প্ৰাকৃত উপাদানৰ প্ৰয়োগ। এইবোৰ কবিতাত ধুঁৱলী-কুঁৱলী জগত এখনৰ অবুজ সৌন্দৰ্য জিলিকি উঠিছে। নিজম দুপৰীয়াৰ উজ্জল ৰ'দে ভৰা স্তব্ধ পৰিৱেশত প্ৰকৃতিৰ মাজত যেন এখন গোপন জগতে সাৰপাই উঠে। এই জগতত জলকুঁৱৰীয়ে খেলা কৰে, বনকুঁৱৰীযে দেখা দিয়ে, যক্ষিণী ছোৱালীয়ে চাপৰি বায নাচে। গছ-বন, পশু-পক্ষী সকলোৰে মাজত সাৰপাই উঠে মানুহে ঢুকি নোপোৱা উলাহ। এই উলাহ কিন্তু মানুহে নুবুজা প্ৰকৃতিৰ। ক্ষুদ্ৰ মানবৰ বাবে য'ত ভয আৰু শংকাৰ স্থান, প্ৰকৃতিৰ সেই গোপন ৰং মেলাত মানুহৰ প্ৰবেশ নিষেধ। 'তেজীমলা' কবিতাত প্ৰকাশ পাইছে মৰমী প্ৰকৃতিৰ শান্তিদাযিনী গুণ। তাৰ বিপৰীতে জিলিকি উঠিছে মানুহৰ শঠতা আৰু হৃদযহীনতা। তেজীমলা যেন মানবী-মনৰ আশা আৰু বেদনাৰ প্ৰতীক। মানুহে মোল নোপোৱা আজলী তেজীমলাই প্ৰকৃতিৰ বুকুতহে শান্তি পাইছে। কাৰণ—

"মানুহৰ চোতালত মাধুৰী ফুটিলে
মানুহে নিচিনি হায়
সাৰি তুলি ছিঙি মোহাৰি পেলালে
মানুহৰ মৰমো নাই।"

প্ৰকৃতিৰ ৰং-ৰূপৰ নানা ছবি আঁকিছে কবিয়ে। এই ছবিত অলংকাৰপূৰ্ণ

বাক্যৰীতিৰ উচ্ছ্বাস নাথাকিলেও তেওঁৰ সহজাত প্ৰকৃতি-প্ৰীতিৰ পৰিচয় পোৱা যায়।

ৰমন্যাসিক সাহিত্যৰ সকলো লক্ষণৰ ভিতৰত মানৱ শক্তিৰ স্বৰূপ মূল্যায়নৰ দিশটো আগৰৱালাৰ কবিতাৰ মাজত জিলিকি আছে। "মানৱক তেওঁ বিশ্ব-জগতৰ পৰাৎপৰ কেন্দ্ৰ ৰূপে দেখা পাইছে আৰু পংকিল বিশ্বক সেই মানৱৰ পবিত্ৰ লীলা-ক্ষেত্ৰত পৰিণত কৰিবলৈ বিচাৰিছে।" বৈষ্ণৱ কবি চণ্ডিদাসে মানুহক সকলোতকৈ শ্ৰেষ্ঠ বোলাৰ দৰে আগৰবালায়ো "মানুহেই দেৱ ইহ জগতৰ"—বুলি মানবৰ জয়গান গাইছে। ইয়াৰ আগলৈকে অসমীয়া সাহিত্যত দেৱদেবী আৰু প্ৰকৃতিয়েই স্থান দখল কৰি আছিল। আগৰৱালাই দুয়োবিধৰ ওপৰত মানুহৰ স্থান নিৰূপিত কৰি অসমীয়া কবিতালৈ নতুন ধাৰা বোৱাই আনিলে। তেওঁৰ কবিতাৰ মাজত আৰু আছে এটি বিষাদৰ সুৰ। এই বিষাদ কল্পনা পিয়াসী কবিৰ ব্যক্তিগত হা-হুমুনিয়াহেৰে ভৰপূৰ নহয়। এয়া হ'ল মানব প্ৰেমী কবিৰ মনত মানৱৰ কিছুমান ক্ষমাহীন দোষে সৃষ্টি কৰা বিষাদ।

সামান্য বস্তুৰ আলমত অসামান্য সৌন্দৰ্যৰ উপলব্ধি কৰাটো আগৰবালাৰ এটি বিশেষত্ব। 'নিয়ৰ' নামৰ কবিতাটোত তাৰ সুন্দৰ উদাহৰণ পোৱা যায়। ফুলৰ পাহিত জিলিকি থকা নিযৰ টোপালটিক কবিৰ মুকুতা মণি যেন লাগিছে, অথবা এই উজ্জ্বল টোপালটি যেন টোপনিতে সৰিপৰা সৰগৰ এটি তৰা, কবিৰ এনে ভাবো হৈছে। বিশাল আকাশৰ বহুত ৰহস্য হযতো সেই পৰা তৰাৰ বুকুতে আছে। মাজে মাজে কবিৰ এনে যেনো লাগে লাগে, কোনোবা সৰগী বালিকাই যেন নিশা ফুলনিত ৰং-ধেমালি কৰি নাচোনৰ লযলাস তুলিছিল, সেই লযলাসত ছিঙি পৰা মণিৰ চিন হৈ থাকি গ'ল এই নিযৰৰ টোপাল। ৰাতি জোনৰ মৰমৰ উম পোৱা নিয়ৰকণাই পুৱাৰ বেলিৰ আগমনৰ লগে লগে অশ্ৰুকণাৰ ৰূপ লয। বতাহে থিতাতে জোকাৰি পেলোৱা নিয়ৰটোপালৰ মাজেৰে কবিযে প্ৰত্যক্ষ কৰিছে সংসাৰৰ অনিত্য আৰু ভংগুৰ ৰূপ।

সুদীৰ্ঘ কবিতা বীণ-ব'ৰাগীৰ মাজত প্ৰকাশ পাইছে কপটতা ভৰা সমাজ-শনৰ প্ৰতি কবিৰ তীব্ৰ বিতৃষ্ণা আৰু তাৰ লগে লগে নতুন সমাজ গঢ়াৰ বাসনা। সংসাৰৰ বিচিত্ৰ ৰূপে তেওঁক বিস্মিত কৰিছে। তেওঁৰ অনুভৱত ধৰা পৰিছে যে সংসাৰৰ প্ৰকৃত সুখ ক'তো নাই। ভেম, ঘৃণা, নিঠুৰ বাক্যৰে

ভৰা মানুহৰ মনৰ পৰা মৰম চেনেহৰ সুৰদী অনুভৱ দিনে দিনে আঁতৰি গৈছে। মানুহৰ প্ৰতি মানুহৰ অবিচাৰৰ বিষেৰে ভাৰাক্ৰান্ত হৈ পৰিছে পৃথিৱী। কিন্তু অশুভ শক্তিয়ে ঢাকি পেলোৱা এই পৃথিৱীক পুনৰ শুভ আৰু মংগলময় কৰিব পাৰিব যি মানুহে, সেই মানুহৰ সীমাহীন সম্ভাৱনাৰ প্ৰতিও কবিয়ে আস্থা হেৰুওৱা নাই। পাৰ্থিৱ জগতৰ ক্ষুদ্ৰতাৰ পৰা অপাৰ্থিৱ জগতৰ মহত্বলৈ মানুহে সহজেই উত্তৰণ কৰিব পাৰিব, যদিহে নিজৰ ভিতৰত থকা সকলো শুভ শক্তি মানুহে চিনি পায়।[1]

## লক্ষ্মীনাথ বেজবৰুৱা

আধুনিক অসমীয়া সাহিত্যৰ পিতৃস্বৰূপ লক্ষ্মীনাথ বেজবৰুৱা ( ১৮৬৮-১৯৩৮ ) বহুমুখী প্ৰতিভাৰ ভঁৰাল আছিল। সাহিত্যৰ প্ৰায়বোৰ দিশতে হাত দিয়া এই প্ৰতিভাবান পুৰুষজনে প্ৰায় অকলেই এটা যুগৰ সাহিত্যক নেতৃত্ব দিয়া বুলি ক'ব পাৰি। ৰমন্যাসিক আন্দোলনৰ অন্যতম গুৰি ধৰোঁতা বেজবৰুৱা আছিল এজন সংবেদনশীল কবি। তেওঁৰ জীৱিত কালত প্ৰকাশ হৈ ওলাইছিল 'কদমকলি' নামৰ কবিতাপুথিখন। 'পদুমকলি' প্ৰকাশ পায় তেওঁৰ মৃত্যুৰ বহুবছৰৰ পিছত।

বেজবৰুৱাৰ কবিতাৰ জগত বিস্তৃত বিষয়বস্তু আৰু বিচিত্ৰ প্ৰকৃতিৰ সমাহাৰ। প্ৰেম, দেশপ্ৰেম, প্ৰকৃতি-প্ৰীতি আদি বিবিধ লক্ষণে তেওঁৰ কবিতা-সমূহ শুৱনি কৰিছে। অৱশ্যে তেওঁৰ সকলো কবিতা যে ভাবে-ভাষাই ত্ৰুটিহীন এনে নহয়। কেতিয়াবা তেওঁৰ ৰূপাৱৰী ৰূপৰ অনুপ্ৰৱেশে বহুতো কবিতাৰ সৌন্দৰ্য হানি কৰাও চকুত পৰে। হাস্যৰসাত্মক কবিতাৰ ক্ষেত্ৰত অৱশ্যে তেনেবোৰ কবিতাৰ মূল্য নথকা নহয়। ৰচনাৰ প্ৰকৃতি বিচিত্ৰ আৰু বিক্ষিপ্ত হ'লেও বেজবৰুৱাৰ মাজত এজন প্ৰকৃত কবিক লগ পোৱা যায়। প্ৰিয়া আৰু প্ৰকৃতি তেওঁৰ কবিতাৰ দুই মূল সৌন্দৰ্য। ৰমন্যাসিক উচ্ছ্বাসেৰে প্ৰেমক তেওঁ যথেষ্ট গুৰুত্ব আৰু মহত্ব দান কৰিছে। প্ৰেম তেওঁৰ বাবে ত্ৰিভুৱনৰ চালিকাশক্তি,

> প্ৰেমত ঘূৰিছে ভূমণ্ডল
> প্ৰেমত ফুলিছে শতদল

প্ৰেমৰ বন্দনা আৰু প্ৰিয়তমাৰ ৰূপ-ধ্যান দুয়োটা লক্ষণেই তেওঁৰ কবিতাত

---

১ দ্ৰষ্টব্য, চন্দ্ৰকুমাৰ আগৰৱালা, 'অসমীয়া কবিতা', পৃ ৬৪-৭০।

পোৱা যায়। তেওঁৰ এটি শ্ৰেষ্ঠ কবিতা হ'ল 'প্ৰিয়তমা'। ইয়াত দৈহিক ৰূপৰ লগত আন্তৰিক অনুৰাগৰ মিশ্ৰণ ঘটি এক মনোৰম অনুভৱৰ সৃষ্টি হৈছে। প্ৰিয়াৰ অনুপম ৰূপৰ উপমা দিবলৈ কবিয়ে ব্যৱহাৰ কৰিছে অলংকাৰ প্ৰয়োগৰ বিচিত্ৰ ৰীতি। মুকুতামালাৰ দৰে তেওঁৰ দাঁত, পোৱাল-মণিৰ দৰে ৰঙা তেওঁৰ হেঙুল ওঁঠ। সেই মনোৰমা প্ৰিয়াৰ প্ৰতি থকা গভীৰ প্ৰেমৰ বাবে কবিৰ মনত প্ৰকৃতিৰ স লো সৌন্দৰ্য জিলিকি উঠিছে প্ৰিয়াৰ মাজতে। তাৰে এটি উদাহৰণ,—

কাঁইট নথকা ৰূপহ গোলাপ
বোলে পৃথিৱীত নাই
একোকে নামাতি প্ৰিয়াৰ দুগাল
থাকিব ধৰিলো চাই।

কবিতাটিৰ মাজত প্ৰেম আৰু সৌন্দৰ্যপ্ৰীতিৰ সকলো লক্ষণেই দেখা যায়। স্নেহ আৰু অনুৰাগ উপচি উঠা কবিযে কৈছে—

প্ৰেমৰ প্ৰতিমা চেনেহ পুতলা
কোন খনিকৰে কৰে ?
যেযে বা কৰক সেইটি প্ৰতিমা
এই চোৰা মোৰ ঘৰে।

বেজবৰুৱাৰ কবিতাৰ ৰমন্যাসবাদ কেৱল ইংৰাজী শিক্ষাৰ ফলেই নাছিল। তাৰ অন্তৰালত গভীৰ ভাবে আছিল স্বদেশ আৰু স্বজাতিৰ প্ৰতি থকা অন্তহীন শুভকামনা। মাতৃভাষা আৰু সাহিত্যক সুন্দৰকৈ সজাই-পৰাই অন্যান্য ভাষাৰ সাহিত্যৰ সমকক্ষ কৰি তুলিবলৈ তেওঁৰ আছিল আন্তৰিক ইচ্ছা। সেযেহে দেশপ্ৰেমো হৈ পৰিছে তেওঁৰ কবিতাৰ এটি ঘাই লক্ষণ। মাতৃভূমিৰ আকাশে-বতাহে তেওঁ বিচাৰি পাইছিল অন্তহীন সৌন্দৰ্য। অসম-ভূমিৰ অতীতৰ শৌৰ্য-বীৰ্যৰ তুলনাত বৰ্তমানৰ অবক্ষয়ে ভৰা ৰূপে তেওঁক দিছিল গভীৰ বেদনা। এনেবোৰ মিশ্ৰিত অনুভূতিৰ ফলতে সৃষ্টি হৈছিল 'অসম-সংগীত' আৰু 'বীণ-ব'ৰাগী'ৰ দৰে উচ্চখাপৰ কবিতাৰ। শক্তি-সামৰ্থৰে ভৰপূৰ অসমীয়া জাতিৰ ক্ৰমে হৈ পৰা অধঃপতন আৰু হীনতা, নীচতা, কাপুৰুষালি আদি লক্ষণসমূহে তেওঁক বিষাদিত কৰিছে। বীণ-ব'ৰাগীৰ গীতৰ মাজত দুখৰ নহয়, তেওঁ শুনিবলৈ বিচাৰিছে সুখৰ সুৰ। তেওঁ কৈছে—

শুনা ঐ ব'ৰাগী
আনন্দ-কাহিনী,
আসামৰ যশৰাশি ,
হিয়া মোৰ হে'ব
বলবন্ত হোক
পৰাণ উঠক উলাসি ।

অসমৰ দুখ-দশাই তেওঁক বিষাদিত কৰিলেও সেই বিষাদ অতিক্ৰম কৰি তেওঁ এক সজীৱ আশাবাদ গ্ৰহণ কৰিছে ।

প্ৰকৃতিৰ ছবিয়ে বেজবৰুৱাৰ কবিতাত কোমল সৌন্দৰ্য্যৰ সৃষ্টি কৰিছে। এই প্ৰকৃতি আগৰৱালাৰ কবিতাৰ প্ৰকৃতিৰ দৰে শিক্ষাদাত্ৰী আৰু ৰহস্যময়ী নহয়। স্বভাব সুন্দৰী নাৰীৰ দৰে বেজবৰুৱাৰ কবিতাত প্ৰকৃতি কমনীয়তাৰে ভৰপূৰ। প্ৰকৃতিৰ ৰূপমুগ্ধ কবিয়ে কেতিয়াবা অসাধাৰণ সৌন্দৰ্য্যযুক্ত একোটি স্তবক ৰচনা কৰে। যেনে—

কোনে কয় সিটি হৰিণা পোৱালি
ইমান চেতনা নাই
বনৰ সৌন্দৰ্য্যই ৰূপ ধৰি আহি
দেও দি দুবৰি খায় ।

বসন্তৰ বৰ্ণনা কৰি এটি কবিতাত স্বাভাৱিকতাৰ মাজতে তেওঁ মনোমোহা সৌন্দৰ্য্যৰ সৃষ্টি কৰিছে ।

বকুলে সিঁচিলে তৰা একোকণি
মদাৰে খেলিলে ফাকু
যুতি ফুলজুপি নিশাহ এৰিলে
পদুমে মেলিলে চকু ।

কবিয়ে দেখে পখিলাৰ পাখিটিত বন্দুলিৰ পাহিটিত ধুনীয়া ৰহনৰ খেলা, ঢেপাইতিতাৰ কপালত নৃ তিলক আৰু ফুলি উঠা মৰুৱা মধাইৰ হাঁহি। সুইতৰ শুকুলা বানি, তিৰবিৰকৈ জিলিকা আকাশৰ তৰা, নৱবধুৰ দৰে চাপি অহা সন্ধ্যাতৰা, কবিহৃদয়ে এই সকলোৰে মাজত আৱিষ্কাৰ কৰে সীমাহীন সৌন্দৰ্য্য ।

বেজবৰুৱাৰ প্ৰকৃতি-প্ৰীতি আৰু চহা-জীৱন প্ৰীতিৰ নিদৰ্শন হ'ল 'ধনবৰ ৰতনী', 'ৰতনীৰ বেজাৰ', 'নিমাতী কন্যা', 'তিলকা' আদি কবিতাকেইটি। এই কবিতাকেইটিৰ প্ৰকাশভংগি লোকগীতসুৰীয়া। সহজ সৰল আৰু স্বাভাৱিক উপমাৰ সহায়ত মানৱ প্ৰাণৰ বিভিন্ন অনুভূতি প্ৰকাশ কৰাত বেজবৰুৱা সিদ্ধহস্ত আছিল।

যেনে—

লুইতৰ পাৰতে কাৰে এৰাবাৰী
চপৰা চপৰে খহে
লুইতৰ পাৰতে কাৰে ধনবৰ
ৰতনীৰ বেজাৰত জহে।

সাধুকথাৰ প্ৰকৃতি আৰু মালিতাৰ সুৰ বেজবৰুৱাৰ কেইবাটাও কবিতাত দেখা যায়।

বহুতো কবিতাৰ মাজত প্ৰকাশ পোৱা এক আধ্যাত্মিক চিন্তাধাৰা বেজবৰুৱাৰ অন্যতম বৈশিষ্ট্য। ভগৱৎ বিশ্বাসী তেওঁৰ মনে 'ঈশ্বৰ আৰু ভকত', 'মহা-প্ৰযাণৰ যাত্ৰী', 'বাঁহী' আদি কবিতাৰ মাজেদি ভক্ত-ভগৱানৰ সম্পৰ্ক আৰু ভগবানৰ কৰুণাময় প্ৰকৃতিৰ ঘোষণা কৰিছে। 'পদুমপাতৰ পানী'ত ফুটি উঠিছে সংসাৰখনৰ অনিত্যতাৰ কথা।

বেজবৰুৱাৰ কবিতাৰ এটি শাখা হ'ল লঘু কবিতাসমূহ। এইবোৰত বেজবৰুৱাক পিছলৈ ঠেলি ওলাই আহিছে ৰসৰ ভঁৰাল কৃপাবৰ। চন্দ্ৰ, কুলি আদি কোমল বিষযবস্তুৰে তেওঁ অদ্ভুত নিপুণতাৰে ৰচনা কৰিছে হাস্যৰসাত্মক কিছুমান কবিতা। পেৰডী বা অনুসৰণ কৰিও কেতিয়াবা তেওঁ এনে কবিতা ৰচনা কৰে। দ্বিজেন্দ্ৰলালৰ অনুকৰণত তেওঁ ৰচনা কৰিছে—

ক'ত এনে কুঁজী থেকেৰা টেঙাই যায় দাঁত ?
ক'ত পাবা পকা খৰিছা, ক'ত ঢেকীয়া শাক ?
এঠা দৈ ক'ত এনে নেৰাই ধুলে যাক ?

বেজবৰুৱাৰ কবিতাত বাঁহী চিৰন্তন ৰহস্যৰ প্ৰতীক, শ্ৰদ্ধা আৰু মাধুৰ্যৰ উদ্ৰেককাৰক। অথচ কৃপাবৰী ঢঙেৰে এই বাঁহীক তেঁও এনে চকুৰেও চাইছে,—

ধপাত ভৰাব পাৰি
পিঠা পুৰি খাব পাৰি
কুকুৰ মৰা মাৰি সেইডাল ঠিক হ'ব পাবে।

লঘু কবিতাত হাস্যৰসৰ সৃষ্টিৰ বাবে সান-মিহলি ভাষাৰ প্ৰয়োগ বেজবৰুৱাৰ অভিনৱ কৌশল আছিল। 'বৃন্দা-চন্দ্ৰাৱলী সংবাদ' কবিতাটি এনে ধৰণৰ,—

Now look here Brinda বাই
Go tell him go :—
মই ৰাধা নহওঁ, বাঁহী বাই নচুৱাব মোক So।
Let him go to Radha's Bower
here no চালাকি।
ইমান পাতল নহয় চন্দ্ৰা, ভালৰ জীযাৰী নহয় কি ?

অন্য কিছুমান কবিতাতো আকস্মিক ভাবে কবিতাৰ সামৰণি মাৰি, অসম্পূৰ্ণ কৰি ৰাখি নাইবা টোকা এটি সংযোগ কৰি কবিতাবোৰৰ হাস্যৰস অটুট ৰখাটো বেজবৰুৱাৰ এটি বৈশিষ্ট্য।

বেজবৰুৱাৰ কবিতাৰ সংখ্যা বহুত। তাবে কিছুমানৰ ছন্দসজ্জা নিমজ আৰু কিছুমানৰ নিমজ নহয। অৰ্থাৎ সকলো কবিতাতে তেওঁৰ কবি-প্ৰাণৰ স্বচ্ছন্দ প্ৰকাশ দেখা নাযায। ইংৰাজী কবিতাব যথেষ্ট প্ৰভাৱ তেওঁৰ কবিতাত দেখা যায। পাশ্চাত্য সাহিত্যৰ অধ্যযনেই আছিল ইযাৰ ঘাই কাৰণ। তেওঁৰ ভাল কবিতাকেইটিত পাশ্চাত্যৰ প্ৰভাৱ আৰু পৰম্পৰাগত ভাৰতীয় ধ্যান-ধাৰণা দুয়োটাৰে মিশ্ৰণ দেখা যায।

## হেমচন্দ্ৰ গোস্বামী

হেমচন্দ্ৰ গোস্বামী ( ১৮৭২-১৯২৮ ) আছিল জোনাকীযুগৰ অন্যতম কবি। তেওঁৰ পাণ্ডিত্যপূৰ্ণ ৰচনা সম্ভাৰৰ মাজত কবিতাৰ সংখ্যা কম যদিও যি দুই এটি ভাল কবিতা পোৱা যায়, সেইবোৰৰ মূল্য অসীম। এই সময়ছোৱাৰ বৈশিষ্ট্যই আছিল প্ৰেম, প্ৰকৃতি, দেশপ্ৰেমক লৈ মগ্ন থকাৰ আৰু নিজ মাতৃভাষাৰ প্ৰতি থকা দায়িত্ববোধ গভীৰভাৱে অনুভৱ কৰাৰ। হেমচন্দ্ৰ গোস্বামীৰ কবিতাতো এইবোৰ লক্ষণেই দেখা যায়।

'পুৱা' নামৰ কবিতাটোৰ মাজত প্ৰকৃতিৰ মনোৰম চিত্ৰ এখনি ফুটি উঠা দেখা যায়। শান্ত স্নিগ্ধ ৰূপৰ শান্তিৰ নিবিড় স্বৰূপ প্ৰকৃতি ইয়াত মূৰ্তিমতী হৈ উঠিছে। কবিৰ বৰ্ণনাশক্তিৰ গুণত আৰু উচ্ছাসহীন অথবা গম্ভীৰ ভাষাৰ বাবে প্ৰকৃতিৰ চিত্ৰ হৈ উঠিছে স্বাভাৱিক আৰু মনোৰম। মানুহে স্থান নোপোৱা প্ৰকৃতিৰ সেই সুন্দৰ আৰু নিৰল জীৱন সৌন্দৰ্য আৰু শান্তিৰ লীলাভূমি। এই প্ৰকৃতি ৰহস্যময়ী নাইবা শিক্ষাদাত্ৰী নহয় যদিও অসীম সৌন্দৰ্যময়ী প্ৰকৃতিৰ মাহাত্ম্যও অশেষ। নানাধৰণৰ শুভ-শক্তিৰ মূলৰূপে প্ৰকৃতিক তেওঁ বিবিধ কবিতাৰ মাজত অংকন কৰিছে।

প্ৰেমৰ কবিতাৰ ক্ষেত্ৰত গোস্বামীৰ যুগমীয়া অৱদান হ'ল 'প্ৰিয়তমাৰ চিঠি' নামৰ কবিতাটি। ইটালীয় আৰ্হিৰ ছনেটৰ ৰীতিত ৰচনা কৰা এইটি কবিতা অসমীয়া সাহিত্যৰ প্ৰথম ছনেটৰূপে স্বীকৃত। প্ৰিয়তমাৰ চিঠিৰ মাজত থকা মোহিনীগুণে কেনেভাৱে হৃদয়ত আনন্দৰ জোৱাৰ তুলিব পাৰে তাকে কবিতাটিত ফুটাই তোলা হৈছে। পৃথিৱীত যিমানপ্ৰকাৰৰ সৌন্দৰ্য আছে সেই সকলোৰ ভিতৰত শ্ৰেষ্ঠ হ'ল সেই চিঠিখনত থকা কুকুৰা-ঠেঙীয়া আখৰকেইটিৰ মাজত সোমাই থকা অসীম প্ৰীতিৰ সম্ভেদ। কবিতাৰ জগতত যিমানবোৰ কবিতা আছে, সেই সকলোৰে সৰ্বপ্ৰকাৰৰ আনন্দ-দানৰ ক্ষমতা তুচ্ছ হৈ পৰে সেই চিঠিয়ে দিয়া আনন্দৰ তুলনাত। প্ৰিয়তমাৰ চিঠি প্ৰেমিকাৰ অন্তহীন আনন্দৰ উৎস। কবিয়ে হৃদয়ৰ আৱেগ ঢালি কৈ উঠিছে,—

ফুল ফুলে, মৰি যায়, শুকায় বননি,
বসন্তৰ কুঁহিপাত ৰ'দত লেৰেলে,
তোমাৰ চিঠিয়ে প্ৰিয়ে জানে কি মোহিনী
নিতৌ নোহোৱা বাঁহী ন ন ফুল মেলে,
যত শুঙো, চুমা খাওঁ, নালাগে আমনি,
হৃদযত হেপাঁহৰ ভোটাতৰা জ্বলে।

চিৰ নতুন, চিৰ অম্লান আৰু অন্তহীন আনন্দৰ উৎসৰূপে এখন চিঠিৰ বৰ্ণনা কৰিব পৰাৰ ক্ষমতাই গোস্বামীৰ কবি-প্ৰতিভাৰ তীব্ৰতাৰ ইংগিত দিয়ে। প্ৰেমৰ কবিতাৰূপে, প্ৰথম অসমীয়া ছনেট ৰূপে আৰু জোনাকীযুগৰ অন্যতম শ্ৰেষ্ঠ কবিতা ৰূপে 'প্ৰিয়তমাৰ চিঠি'ৰ বিশেষ মূল্য আছে।

কবিৰ বাবে প্ৰেম এক অস্পষ্ট অনুভৱ। মানুহৰ অন্তৰত ভালপোৱাৰ

বাবে অন্তহীন পিয়াহ থাকে। কিন্তু দুদিনৰ বাবে দেখা দি আঁতৰি যোৱা ভালপোৱাৰ প্ৰকৃতি হ'ল উৰণীয়া পখীৰ দৰে।

এটি হতাশা আৰু বেজাৰৰ অনুভৱেৰে তেওঁৰ কবিতাত স্বদেশপ্ৰেমৰ সুৰ এটি ফুটি উঠিছে। অতীতৰ ভাৰতৰ দুখ-দশাই তেওঁক ব্যথিত কৰিছে। দেশ-বিদেশৰ প্ৰগতিৰ ছবি দেখি আৰু মাতৃভূমিৰ দীন-হীন বেশ দেখি হতাশা আৰু আক্ষেপেৰে ভৰি পৰিছে তেওঁৰ মন। তেওঁ নকৈ পৰা নাই—

সকলো দেশতে মধ্যাহ্ন আলোক
চোৰাঁ অসমত আজিও নিশা
সকলো দেশতে বসন্ত হাঁহিছে
চোৰাঁ অসমত ঘোৰ বাৰিষা।

কেইবাটিও কবিতাতু তেওঁৰ প্ৰাণৰ এই আক্ষেপ আৰু হতাশাৰ ভাব ফুটি উঠিছে। কিন্তু ৰমন্যাসিক সাহিত্যৰ অন্যতম ঘাই লক্ষণ আশাবাদেও তেওঁৰ লগ এৰা নাই। নিৰাশ আৰু বেজাৰৰ সকলো ঘাত-প্ৰতিঘাত আশাৰ পোহৰত অতিক্ৰম কৰিবলৈ বিচাৰি কবিয়ে কৈ উঠিছে —

আশাৰ তৰীৰে দুখ-সাগৰ তৰিম
নিৰ্জীৱ প্ৰাণত ঘূৰি শক্তি সঞ্চাৰিম।

হেমচন্দ্ৰ গোস্বামীৰ কবিতা সংখ্যাত কম হ'লেও দুটিমান ভাল কবিতাৰ বাবে তেওঁৰ নাম সাহিত্যৰ বুৰঞ্জীত জিলিকি থাকিব।

## মফিজুদ্দিন আহমদ হাজৰিকা

মফিজুদ্দিন আহমদ হাজৰিকা (১৮৭০-১৯৫৮)ৰ জীৱিত কালত প্ৰকাশ পোৱা একমাত্ৰ কবিতাৰ পুথি 'জ্ঞানমালিনী' (১৮৯৬)। এই একমাত্ৰ পুথিখনৰ বাবেই কবিজনৰ নাম অসমীযা কবিতাৰ ইতিহাসত জিলিকি আছে। হাজৰিকাৰ কবিতা ৰচনাৰ কাল জোনাকী যুগতেই পৰে যদিও জোনাকী আন্দোলনৰ লগত প্ৰত্যক্ষভাবে জড়িত নোহোৱাকৈ তেওঁ কবিতা ৰচনা কৰিছিল।

ঘৰুৱা মাত-কথাৰ প্ৰয়োগ আৰু সহজ-সৰল ৰচনা কৌশলৰ বাবে হাজৰিকাৰ কবিতাবোৰ শুনাত শুৱলা। 'মুনিচুনি বোলি'ৰ অপূৰ্ব কথন কৌশল এবাৰ শুনিলে পাহৰা নাযায়। যেনে—

লৰাই ধৰিছে আমনি কৰিছে
খিতাতে লাগে ঐ ভাত
এনেকৈ থকাতে একোটি ঢকাতে
মাকেও কৰিছে শাত।

'দিনকণা' কবিতাটিত সাধাৰণ কথা কেইফাকিৰ গা-ত যি অসাধাৰণ অৰ্থ আৰোপিত হৈছে, সি তুলনাবিহীন। দিনকণাই বিলাপ কৰিছে—

বজাৰতে ভোল গলো
লীলামলা চাই চাই
চাকিতেল শলিতাযে
নেবেহালো হায় হায়!

সংসাৰৰ খলা-বমা হাটত উজুটি খাই আগুৱাবলৈ বাটবিচাৰি নোপোৱা সংসাৰী মানুহৰ ভিতৰৰ সত্ত্বাটোৰ হাহাকাৰ এই কবিতাটিত বিচিত্ৰ ৰূপেৰে ফুটি উঠিছে। কবিগৰাকীৰ কবিতাব সৰলতাৰ মাজতে কেতিযাবা গভীৰ অৰ্থযুক্ত বিষয় একোটি প্ৰকাশ পায। চুফীবাদৰ ৰেঙনি পৰা তেওঁৰ এটি কবিতা হ'ল 'বাটৰুৱা'। প্ৰথম দৰ্শনত ই এটি আধ্যাত্মিক ভাবৰ কবিতা। ভাল দৰে ভাঙি-পাতি চালে দেখা যায যে চুফীবাদে কয যে সকলো সুন্দৰৰ অন্তৰালত আছে চিৰসুন্দৰৰ অস্তিত্ব। প্ৰতিখন আবৰণৰ আঁৰতে তেওঁ। 'বাটৰুৱা' কবিতাটিত আছে সুন্দৰ-সুঠাম এক পুৰুষে লৈ ফুৰা নিকা-নিৰ্মল এখন দাপোণৰ কথা। নওটি গ্ৰহৰ মাজেদি সৰকি বিশ্ব-প্ৰদক্ষিণ কৰা আৰু বহুযোজন বাট যাবলৈ এতিযাও বাকী থকা সেই বাটৰুৱা হ'ল চিৰন্তন মানৱাত্মাৰ প্ৰতীক। সংসাৰ পথত মানুহৰ চিৰকাল পৰিভ্ৰমণ চলি থাকে। সেই বাটৰুৱাই সাতো তৰপীযা কথাৰ মাজত থোৱা দাপোণখন য'ত বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিটো বস্তু আৰু কাৰ্যৰে ছাঁ পৰে, ই হ'ল নিৰ্মল অন্তৰৰ প্ৰতীক। সেই দাপোণত দেখা যায—

নানান গঢ়ৰ নানান জীৱই
নানান ভাৱেৰে চলি
হৃদয় ওখালি পখালি আছে
বিশ্ব-প্ৰেমত জ্বলি।

সেই দাপোণ থাকে প্ৰতিজন মানুহৰে অন্তৰত। ভালদৰে ধঁহি মাজি ল'লে সেই দাপোণত বিশ্ব-ব্ৰহ্মাণ্ডৰ প্ৰতিচ্ছবি জিলিকি উঠে। কাৰণ

মানুহৰ অন্তৰ হ'ল পবিত্ৰতাৰ প্ৰতীক। পবিত্ৰ অন্তৰত পৰমাত্মাৰ ছাঁ পৰে, পৰমাত্মা হ'ল বিশ্ব-ব্ৰহ্মাণ্ডৰ মূল। সমস্ত চৰাচৰ তেওঁতে প্ৰতিবিম্বিত হয়। সেয়েহে কবিতাটোত কোৱা হৈছে যে অন্তৰ নিকা হ'লে পৰমাত্মাক সেই অন্তৰতে পোৱা যাব।

## পদ্মনাথ গোহাঞিবৰুৱা

পদ্মনাথ গোহাঞিবৰুৱা (১৮৭১-১৯৪৬) আছিল বহুমুখী প্ৰতিভাৰ ব্যক্তি। বেজবৰুৱাৰ দৰেই কবিতা, উপন্যাস, নাটক, গধুৰ ৰচনা আদি সাহিত্যৰ নানা শাখাত অবদান যোগাওঁতা এইজনা সাহিত্যিকৰ কবিতাৰ পুথি তিনিখন—'জুৰণি' (১৯০০), 'লীলা' (১৮৯৯) আৰু 'ফুলৰ চানেকি' (১৯০১)। গোহাঞিবৰুৱা আছিল এজন নিপুণ গদ্যলেখক। কবিতাৰ ক্ষেত্ৰত তেওঁৰ প্ৰতিভা সকলোতে সমান নহয। চতুৰ্দশপদী কবিতা আৰু শোক কবিতা-ৰচনাত তেওঁৰ নিপুণতা লক্ষ্য কৰা যায।

'জুৰণি'ৰ অন্তৰ্গত কবিতাসমূহ বিচিত্ৰ ভাৱৰ। প্ৰকৃতি আৰু মানব-জগতৰ পৰা আহৰণ কৰা নানা বিষযেৰে কবিতা ৰচনা কৰিছে। অৰণ্য, নদী, মেঘ আদি প্ৰকৃতিৰ সমলে তেওঁৰ প্ৰাণত কবিতাৰ অনুভূতি জগাইছে। সেইদৰে পুৰণি অসম, অসম আৰু বঙাল দেশ, ৰামাযণ আদি বিষয লৈও তেওঁ কবিতা নিলিখি থকা নাই। তাৰে এটি সুন্দৰ কবিতা হ'ল 'উৰ্ম্মিলা'। কাব্যৰ উপেক্ষিতা এই নাৰীৰ প্ৰতি কবিৰ সহানুভূতি আৰু প্ৰশংসাৰ ভাৱ কম কথাত প্ৰকাশ পাইছে। সাবিত্ৰী, দ্ৰৌপদী, দময়ন্তী, ঊষা আদি নানান নাৰী-চৰিত্ৰৰ বিষয়ে কবিসকলে মুকলিকৈ আলোচনা কৰি মানুহৰ মন মুহিছে। উৰ্ম্মিলা কিন্তু বেছি মনোৰমা, বেছি সুকোমলা। সেযেহে মহাকবিযে এইটি চৰিত্ৰৰ বিষযে একো কোৱা নাই। কাৰণ, কবিৰ ভাষাত—

সুচতুৰ স্বৰ্গীকবি, স্বৰ্গৰ কাৰণে
উৰ্ম্মিলা পাহিটি থলে অৰ্দ্ধেক গোপনে।

গোহাঞিবৰুৱা 'জোনাকী'ৰ লগত প্ৰত্যক্ষভাৱে জড়িত নাছিল যদিও ৰমন্যাসিকতাৰ বতাহে তেওঁৰো কবিপ্ৰাণ চুই গৈছিল। 'ফুলৰ চানেকিৰ' কবিতাখিনিৰ মাজত তেওঁৰ কল্পনা আৰু অনুভূতিত পৰা ৰমন্যাসিক চিন্তাৰ ছায়া দেখা যায়। কবীন্দ্ৰ ৰবীন্দ্ৰৰ নামত উছৰ্গা কৰা পুথিখনিত তেওঁৰ প্ৰাণৰ বিচিত্ৰ সুৰ শুনা যায়। ৰমণীৰ ওৰণি হৈ গালত আবেগৰ চুমা দিবলৈ বিচৰা আলফুলীয়া অনুভৱৰ পৰা জয়মতী, সাধনী আৰু গদাপাণিৰ

কথা মনত পেলোৱা অতীতৰ সোঁৱৰণিলৈকে তেওঁৰ কবিতাৰ পৰিধি বিস্তৃত। প্ৰেম, দেশপ্ৰেম, অতীত স্মৃতি আৰু প্ৰকৃতি-প্ৰীতিৰ দৰে সকলো ৰমন্যাসিক গুণেৰে তেওঁৰ কবিতা শোভিত। এটি মনোৰম প্ৰকৃতি-কবিতা হ'ল 'চন্দনগিৰি'। চন্দনগিৰি নামৰ পৰ্বতটিৰ শোভা দৰ্শন কৰি কবিৰ মন তৃপ্তি আৰু আনন্দৰে ভৰি পৰিছে। অগৰু-চন্দন আদিৰ গছেৰে ভৰপূৰ এই পৰ্বতৰ শোভা দেখি কবিয়ে ভাৱিছে—

স্বৰ্গৰ জখলা এই পুণ্য গিৰিবৰ,
নিৰ্ম্মিলে কি সুকৌশলে বিশ্বৰথনিকৰে।

পাৰ্থিব জগতৰ সকলো সৌন্দৰ্য আৰু সূক্ষ্ম অনুভূতিৰ প্ৰভা মিশ্ৰিত হৈ আছে এই পৰ্বতৰ অনুপম ৰূপ-ৰাশিত। প্ৰকৃতিৰ অপৰূপ ৰূপৰ দৰ্শনত কবিৰ মন উৰা মাৰিছে অতীতৰ বুকুলৈ। কিম্বদন্তি মতে ইযাতে এদিন ৰাণী দময়ন্তীয়ে নানা বিঘিনিৰ শেষত পিতৃৰাজ্যলৈ যোৱাৰ বাট বিচাৰি পাইছিল। ৰুক্মিণীক হৰণ কৰি ঘূৰি যোৱাৰ পথত শ্ৰীকৃষ্ণই জীৰণি লৈছিল ইযাতে। ইযাতেই হেনো আছে মহাৰাজ ভীষ্মকৰ সমাধিস্থান। কবিতাটোৰ ভাষা গম্ভীৰ, বিষয়বস্তুত ৰমন্যাসিক আবেদন থাকিলেও কবিতাটোত আছে ধ্ৰুপদী কবিতাৰ গাম্ভীৰ্য। অসমীয়া সাহিত্যৰ ৰথন্যাসিক কালৰ প্ৰথমৰ ফালে এনে ভাব আৰু ভাষাৰ কবিতাৰ সংখ্যাত কম আছিল।

'লীলা' কাব্যখনিক গোহাঞিবৰুৱাই বুলিছে 'সংসাৰ-চিত্ৰ-কাব্য'। ১৮৮৫ শকত প্ৰকাশ পোৱা কাব্যখনিৰ দ্বিতীয় সংস্কৰণত দেখা যায় যে এইখনি ২৫ টি সৰ্গত বিভক্ত। আদিতে থকা সৰ্গটিত আছে বীণাপাণি বন্দনাৰ মাজেৰে প্ৰকাশ পোৱা কবিজনাৰ মাতৃভাষা প্ৰশস্তিৰ এটি সুৰ। কাব্যখনিক একপ্ৰকাৰ জীৱন-বৃত্তান্ত বুলি ক'ব পাৰি। কবিৰ সাংসাৰিক জীবনৰ সকলো ঘাত-প্ৰতিঘাত আৰু আশা-আকাঙ্ক্ষা ইয়াত কবিতাৰ ভাষাৰে ফুটাই তোলা হৈছে। বৰ্ণনা অংশ মাজে মাজে সজীৱ আৰু মাজে মাজে প্ৰাণহীন বক্তব্য মাথোন। প্ৰাকৃতিক পৰিবেশৰ বৰ্ণনা য'ত আছে সেইবোৰ অংশ পিছে সৌন্দৰ্যৰে ভৰপূৰ। কবিৰ কৰ্মজীৱনৰ একাংশ পাৰ হৈছিল নগা পৰ্বতত। সেই পৰ্বতৰ ছবি এনে কবিত্বময় আৰু মনোৰম যে পঢ়ি যাওঁতে মেঘ আৰু অৰণ্যৰ নিবিড় মিলনেৰে ভৰা নগা পৰ্বতৰ ছবি এখন চকুৰ আগত ভাহি উঠে। প্ৰকৃতিৰ এই গুপুত সম্ভাৰৰ মন কাঢ়ি নিয়া শোভা দেখি কবিয়ে কৈ উঠিছে—

কিনোতা মানৱ প্ৰাণ, বেচোঁতী প্ৰকৃতি ।
অৰক্ষিতে আছে পাৰি , —সাধ্য কিন্তু কাৰ
লয় তুলি কিবা এটি, সলনিত তাৰ
নেবেচিলে মন-প্ৰাণ,—একমাত্ৰ বেচ ।

'লীলা' কাব্যৰ মূলতে আছে এক শোকৰ অনুভৱ। প্ৰথমা পত্নী লীলাৱতীৰ মৃত্যুৰ পিছত ৰচনা কৰা বাবেই কোনো কোনোৱে এই খনক শোক কবিতা বা ইলিজি আখ্যা দিছে। কিন্তু ইযাত শোকৰ গভীৰতা কোনো অংশতে হৃদয় পৰশাকৈ অনুভূত নহয়। কবিৰ সৌৰৰণিত লীলাৰ লগত বিবাহৰ আগৰ আৰু পিছৰ কালছোৱা যি ভাৱে ধৰা দিছে, তাত কাব্যিকতা কম। মিলনৰ প্ৰথম ৰাতিৰ বৰ্ণনাহে কিছু সুন্দৰ আৰু কবিত্ব গুণেৰে ভৰা। কাব্যখনিত কৰুণ ৰস গভীৰ নোহোৱা বাবে এইখনিক ইলিজি আখ্যা নিদিয়াই ভাল। লীলা হ'ল কবি গোহাঁঞিবৰুৱাৰ জীৱনৰ একাংশৰ সুখে দুখে ভৰা বিৱৰণ। পত্নী লীলাক কাব্যখনিত গুৰুত্ব দিয়া হৈছে নামকৰণৰ দ্বাৰা। বিৰহী কবিৰ লীলা-মিলনৰ আনন্দৰ তুলনাত বিচ্ছেদৰ যন্ত্ৰণা তীব্ৰ হৈ নৌ উঠোঁতেই কাব্যখনিৰ সামৰণি পৰিছে।

## বেনুধৰ ৰাজখোৱা

বেনুধৰ ৰাজখোৱা (১৮৭২—১৯৫৫) কবি ৰূপে বিশেষ খ্যাত নহ'লেও তেওঁ ভালেমান কবিতা আৰু গীত ৰচনা কৰিছিল। 'চন্দ্ৰসম্ভৱ' নামে এখন কাব্য ৰচনা কৰি তেওঁ নিজৰ কাব্য-প্ৰতিভাৰ পৰিচয় দিছিল। তেওঁৰ ৰচনাৰ লোকগীত সুৰীয়া প্ৰকৃতি বিশেষ মনোৰম। জয়মতীৰ কাহিনী লৈ ৰচনা কৰা গীত আৰু কবিতাৰ প্ৰকৃতি ওপৰ খাপৰ। তেনে এটি ৰচনাৰ সোৱাদৰ উদাহৰণ স্বৰূপে এফাকি মনত পেলাব পাৰি ,—

মোৰে বন্দী ঐ মোৰে বেটী ঐ
বুজিৰি কথাৰে ভাও ঃ
আজি দপুৰীয়া ৰজাৰ চ'ৰালৈ
ডিঙি আগে কৰি যাওঁ ।
কাপোৰৰ পেটাৰি লৈ আহ লিগিৰী
গড়ত থৈয়ে থৈয়ে কুটো ঃ
জনমলৈ আৰু নেলাগে খনীয়া
মৰণৰ দোলাতে উঠো ।

## আনন্দচন্দ্ৰ আগৰৱালা

আনন্দচন্দ্ৰ আগৰৱালা ( ১৮৭৪—১৯৪০ ) অসমীয়া সাহিত্যত জনপ্ৰিয় 'ভাঙণি কোঁৱৰ' নামেৰে। তেওঁৰ প্ৰকাশিত পুথিখনিৰ নাম 'জিলিকনি' (১৯২০)। বিদেশী কবিতাৰ অনুবাদত তেওঁ মূলৰ সৌন্দৰ্য অটুট ৰখাত কৃতিত্ব দেখুৱাইছিল। তাৰে উদাহৰণ পোৱা যায় 'জীৱন-সংগীত', 'চহা আৰু পণ্ডিত', 'সুখৰ ঠাই' আদি কবিতাত মূলৰ ভাৱ আৰু ভাষাক নিজৰ ঠাঁচলৈ আনি আগৰৱালাই নিমজ ৰূপ দি দাঙি ধৰিছিল। 'বলম' আদি কবিতাত তেওঁৰ মৌলিক কবি-প্ৰাণৰ জিলিকনিও ফুটি উঠিছে।

## উত্তৰ জোনাকী কালৰ কবিতা

### চন্দ্ৰধৰ বৰুৱা

চন্দ্ৰধৰ বৰুৱাৰ ( ১৮৭৪—১৯৬১ ) কবিতাৰ অৱদান সংখ্যাত বেছি নহ'লেও দুই এটি ভাল কবিতাৰ বাবে তেওঁৰ নাম কাব্যমোদীয়ে সদায় মনত ৰাখিব। বংগদেশৰ সাহিত্যিক জাগৰণে প্ৰভাৱ বিস্তাৰ কৰা কবিজনাই মাইকেল মধুসূদনৰ আহিৰ্ত 'মেঘনাদ বধ' ৰচনা কৰিছিল। 'কামৰূপ জীয়াৰী' আৰু 'বিদ্যুৎ-বিকাশ' এওঁৰ দুখন,শুবলা অমিতাক্ষৰ ছন্দৰ কাব্য। বৰুৱাৰ সীমিত কবিতাৰ মাজত প্ৰেমৰ কোমল শুভকামনা আৰু জীৱনৰ অনিত্যতাৰ দুটা ভিন্ন সুৰ প্ৰতিধ্বনিত হয়।

'জোনাকী', 'বিজুলী', 'বাঁহী' আৰু 'আলোচনী'ৰ পাতত চন্দ্ৰধৰ বৰুৱাৰ নানা ধৰণৰ কবিতা প্ৰকাশ হৈছিল। ১৯২৭ চনত প্ৰকাশ পোৱা 'ৰঞ্জন' নামৰ কবিতা সংকলনটিয়ে তেওঁৰ কবিতাৰ ব্যঙ্গাত্মক গুণ পোহৰলৈ আনে। কবিতাৰ মাজেৰে সমাজৰ কিছুমান দোষ-ত্ৰুটি তেওঁ আঙুলিয়াই দিছিল সূক্ষ্মব্যংগৰ মাজেৰে। তথাকথিত শিক্ষিত ডেকাৰ ভেম আৰু বৰ বৰ কথাকোৱা স্বভাৱ দেখি অসহ্য হৈ তেওঁ 'মই শিক্ষিত ডেকা' নামৰ কবিতাত কৈছে

হাতেৰে নধৰো বন
নখটাও ধন-বন
মুখেৰে মালিহা মাৰি মাৰি খালি
উদ্ধাৰিছো দেশখন।

প্ৰেমৰ কবিতাৰ ভিতৰত 'স্মৃতি' কবিতাটিত বৰুৱাই নিমজ ছন্দত প্ৰেমিকা স্মৃতিৰ আৰতি কৰি তেওঁৰ হিয়াৰ সুকোমলতাৰ সম্ভেদ দিছে।

'ধূলিকণা মই' কবিতাটিত বিশাল বিশ্বৰ অনন্ত প্ৰৱাহত ধূলিকণাৰ দৰে ক্ষুদ্ৰ মানৱ কিমান নগণ্য সেই কথাৰ ইংগিত দিয়া হৈছে। সংসাৰ চলি থাকে প্ৰকৃতিৰ চিৰন্তন ৰীতিৰ অধীন হৈ। লাখ-লাখ প্ৰাণীৰ কোন আহিছে কোন গৈছে সেই কথা কালৰ সোঁতত উটি যায়। কেনোবা এজন পৃথিৱীৰ পৰা আঁতৰি গ'লেও জোন বেলি, গ্ৰহ-নক্ষত্ৰৰ চৰাচৰত কোনো পৰিবৰ্তন নঘটে। প্ৰকৃতিৰ বিশালতা আৰু মানুহৰ ক্ষুদ্ৰতাৰ কথা কবিয়ে অনাড়ম্বৰ ভাৱে অথচ অন্তৰ পৰশা ৰূপে দাঙি ধৰিব পাৰিছে।

## হিতেশ্বৰ বৰবৰুৱা

হিতেশ্বৰ বৰবৰুৱা ( ১৮৭৬-১৯৩৯ ) আছিল নিষ্ঠাবান কবি। ছাত্ৰাৱস্থাৰ পৰা কাব্যচৰ্চাৰ পাতনি মেলা বৰবৰুৱাই কেইবাটিও দিশত তেওঁৰ প্ৰতিভাৰ পৰিচয় দিছিল। তেওঁৰ কবিতা পুথিসমূহ হ'ল 'ঢোপাকলি' ( ১৯০২ ), 'কমতাপুৰ ধ্বংস' বা 'সাদৰী' ( ১৯১২), 'বিৰহিনী—বিলাপ' ( ১৯১২ ), 'তিৰুতাৰ আত্মদান কাব্য' ( ১৯১৩ ), 'আভাস কাব্য' ( ১৯১৪), 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' বা 'মূলাগাভৰু' কাব্য ( ১৯১৫ ), 'ডেচডিমোনা কাব্য' আৰু 'অশ্ৰুলা' (১৯১৭) 'মালচ' ( ১৯১৮ ) আৰু 'চকুলো' ( ১৯২২ )। বৰবৰুৰাৰ প্ৰকাশিত আৰু অপ্ৰকাশিত আৰু দুই এখন পুথিৰ ( 'বৈদেহীৰ নিৰ্বাসন 'আঁজলি', 'তলসৰা ফুলৰ তিনি আঁজলি', 'টিফুকপ্ৰৱাস') নাম পোৱা গ'লেও সেইবোৰৰ বিষয়ে বিশেষ জনা নাযায়।

বৰবৰুৱাৰ কবিতাৰ মাজত অতীত প্ৰীতি, দেশপ্ৰেম আৰু ব্যক্তিগত অনুভূতিৰ প্ৰকাশ দেখা যায়। অসমীয়া সাহিত্যত তেওঁৰ 'চকুলো' কাব্যৰ বেদনাময় সুৰ আৰু 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' আৰু 'তিৰুতাৰ আত্মাদান' কাব্যৰ অতীত গৌৰৱৰ সুৰৰ বিশেষ মূল্য আছে। 'চকুলো'ৰ মাজত বিৰিভি উঠা তেওঁৰ প্ৰাণৰ চকুলোত পৰশ অতি হৃদয় পৰশা। কবিতাটোত কবিৰ অটল ভগৱৎ-বিশ্বাসৰ ৰেঙনি দেখা যায়। দুখক তেওঁ ভগৱানৰ নিৰ্মালি বুলি সাহসেৰে গ্ৰহণ কৰিছে। পুত্ৰৰ বিয়োগত ভাগি পৰা হিয়াখনি যতনেৰে সামৰণি তেওঁ ঘোষণা কৰিছে

নোলায় চকুলো মোৰ পুত্ৰৰ শোকত, প্ৰভু।
পুত্ৰ শোক সন্তাপৰ নোহে ইটো চিন।
ই যে মুকুতাৰ মালা, তোমাৰেই প্ৰতিদান,
দেৱমনলোভা ৰত্ন শোভে ৰাতি দিন।

দুখী পিতৃয়ে নিজৰ সান্ত্বনাৰ বাবে ভগৱানৰ সকলো ইচ্ছা নতশিৰে মানি লৈছে। তেওঁৰ বাবে সংসাৰৰ প্ৰতিটো বস্তু ভগৱানৰেই সৃষ্টি আৰু ভগৱানৰেই সম্পত্তি। এই বিশাল বিশ্ব পৰম কৰুণাময়ৰ ফুলনিবাৰী। প্ৰতিটি প্ৰাণী ইয়াৰ তৰুলতা। প্ৰিয় পুত্ৰৰ বিয়োগত কবিয়ে কৈছে যে সেয়া যেন তেওঁৰ ভগৱানলৈ অৰ্পণ কৰা এপাহিঁ ফুল,—

তোমাৰ ফুলনিবাৰ, তোমাৰেই তৰুলতা
যি ফুল ফুলিল তাতে, তাৰে এটি আনি,
অৰ্পিলো পূজাৰ অৰ্থে, ভকতি অন্তৰে আজি
তোমাৰ পাবতে পুনু, লোৱা প্ৰভু, তুমি।

চকুৰে বৈ অহা দুধাৰি চকুলো তেওঁৰ বাবে শোকৰ চিন নহয়। সেয়া ভগৱানে তেওঁক দিয়া নিৰ্মালিহে। স্মৰণীয অঞ্জনৰূপী সেই চকুলো তেওঁৰ চকুত জিলিকি থাকিব জীৱনৰ অন্তিম দিনলৈকে। গভীৰ শোকক ভক্তিলৈ পৰিণত কৰি কবিয়ে ভগৱানৰ ওচৰত আত্মসমৰ্পণ কৰিছে।

## যুদ্ধক্ষেত্ৰত আহোম ৰমণী

অসমবুৰঞ্জীৰ উল্লেখযোগ্য ঘটনাৰ আলমত ৰচনা কৰা 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী' বা 'মূলাগাভৰু' বৰবৰুৱাৰ উল্লেখযোগ্য ৰচনা। বীৰাঙ্গনা মূলাগাভৰুৱে ৰণক্ষেত্ৰত প্ৰাণ বিসৰ্জন দিয়াৰ কৰুণ আৰু বীৰত্বব্যঞ্জক কাহিনীৰ আলমত কাব্যখনি ৰচনা কৰা হৈছে। স্বামী-সোহাগিনী কোমল হৃদয়া যুৱতী মূলাৰ স্বামীৰ প্ৰতি যিমান গভীৰ প্ৰেম, সিমানেই গভীৰ প্ৰীতি নিজৰ দেশৰ প্ৰতিও। চামুণ্ডা-ৰূপিণী মূলাৰ গৃহলক্ষ্মী ৰূপটোও কাব্যখনৰ প্ৰথমৰ ফালে ফুটি উঠিছে। স্বামীৰ সুখে-দুখে সহচৰী হ'বলৈ বিচৰা মূলাৰ দেশ-প্ৰেমৰ ৰেঙনি কাব্যখনিত প্ৰথমৰে পৰাই ফুটি উঠিছে। স্বামীক তেওঁ প্ৰশ্ন কৰিছে—

যৱনে কি নাথ
হৰিলে সি মহাৰত্ন, স্বাধীনতা ধন
আহোম ৰাজ্যৰ? নে,—কি ৰাহুৰূপে আজি
কৰিলে অকালে গ্ৰাস স্বাধীনতা বেলি?

মূলাৰ স্বামী ফ্ৰাচেঙমুঙ বৰগোহাঁই আদৰ্শ বীৰ। যৱনেৰে সৈতে চলি থকা ৰণত ঘাই সেনাপতিৰ বাব লৈ যাবলৈ ওলাই তেওঁ বিচ্ছেদৰ মাজত

চিৰবিদায়ৰ সম্ভাৱণা দেখিছে। মূলা ব্যথিত হৈছে যদিও গৌৰৱো অনুভৱ কৰিছে। কাৰণ স্বামীৰ মাজত তেওঁ দেখা পাইছে আদৰ্শ বীৰ আৰু ৰণ-নেতাৰ সকলো বৈশিষ্ট্য। বীৰৰ জীয়াৰী আৰু বীৰৰ তিৰোতা মূলাই হৰ্ষ আৰু বিষাদৰ মিশ্ৰিত অনুভৱেৰে স্বামীক সাহস যোগাইছে—

ই অনিত্য প্ৰাণ, নাথ। কি কাজ প্ৰাণত ?
নালাগে যি প্ৰাণ, হায়। দেশৰ কামত ?

সাহসপূৰ্ণ বাণীৰে স্বামীক উদ্দীপ্ত কৰি মূলাই নিজেও ৰণলৈ যোৱাৰ বাসনা প্ৰকাশ কৰিছে আৰু সকীযাই দিছে অৰ্জুনৰ পত্নী ভদ্ৰা আৰু কামদেৱৰ পত্নী ৰতিদেবীৰ কথা। নাৰীৰ নানাৰূপ—প্ৰেয়সী, পতিব্ৰতা, সন্তানৰ মাতৃ। কিন্তু ৰণক্ষেত্ৰত সেই নাৰীযেই ল'ব পাৰে নৃ-মুণ্ডমালিনীৰ ৰূপ। ৰণলৈ যোৱাৰ তীব্ৰ ইচ্ছা থাকিলেও মূলাই স্বামী আজ্ঞা পালন কৰি সেই ইচ্ছা পূৰণ কৰাৰ পৰা বিৰত থাকিল। ইয়াৰ মাজেদি ফুটি উঠিছে স্বামীৰ প্ৰতি থকা তেওঁৰ স্নেহ আৰু শ্ৰদ্ধা।

স্বামীৰ মৃত্যুৰ পিছত দেখা যায় মূলাৰ অন্য এক ৰূপ। শোকে-দুখে কাতৰ হৈ পৰিলেও মূলা ভাগি পৰা নাই। বৰঞ্চ শোকক সাহসত পৰিণত কৰি তেওঁ গঢ়ি তুলিছে বিশাল এক নাৰীবাহিনী—যাৰ অংগৰ কোমলতাৰ মাজত আছে সুকঠিন শক্তি, মনৰ মাজত আছে সাহস আৰু দৃঢ়তা। মূলাৰ মতে—

হ'লে হত পশুৰাজ ব্যাধৰ শৰত,
সিংহিনীযে থাকে, হায়। নগৰ্জি কি, সখী।
পতিহন্তা ফালে চাই ? প্ৰতিহিংসা হেতু
নেখেদে ব্যাধক নোঁক মাৰি হাওঁৰণি ?

নাৰী বাহিনীক লগত লৈ সমৰভূমিলৈ আগবঢ়া তেজোদীপ্তা মূলাই প্ৰিয় সেনাপতিক হেৰুৱাই ম্ৰিয়মান হৈ থকা ৰণুৱা-বিষযাৰ দলটোক নতুন তেজেৰে জগাই তুলিলে। বীৰাংগনা মূলাৰ দেশপ্ৰেম যেন প্ৰাণৰ তলৰ পৰা ওলাই অহা আৱেগৰ স্ফুলিংগহে—

দুৱাৰত শত্ৰু আজি। চোৰবেশে আহি
যৱনে হৰিব খোজে অসমৰ ধন
স্বাধীনতা,—বীৰসব। কি কৰি সহিবা ?
কোন প্ৰাণে দিবা সঁপি যৱন-হাতত
আপোন সাম্ৰাজ্যখনি ?

সৌন্দৰ্য আৰু সাহসেৰে ভৰা দেহ আৰু মনেৰে শক্তিমতী মূলাৰ বিৰাট বাহিনীয়ে শত্ৰুপক্ষক বিস্মিত, আতংকিত আৰু মুগ্ধ কৰি তুলিলে। ইন্দ্ৰ-জালেৰে ভৰপূৰ এই দেশৰ ৰহস্যময় নাৰীৰ বিষয়ে তেওঁলোক আতংকিত নোহোৱাকৈও থকা নাই। মূলাৰো বীৰত্ব অসীম। তিনিদিন অবিৰাম যুদ্ধ কৰাৰ পিছত দেহ অৱশ হ'লেও মন ভাগি নপৰা মূলা প্ৰবল বেগে ৰণক্ষেত্ৰত জপিয়াই পৰিল। অসংখ্য শত্ৰু দমন কৰাৰ পিছত মূলা কেনেকৈ তুৰ্বকৰ মুখামুখী হ'ল আৰু প্ৰবল বীৰত্বৰে ৰণত লিপ্ত হৈ পৰিল তাৰ বিস্তৃত বিৱৰণ কাব্যখনে দাঙি ধৰিছে। তুৰ্বকৰ লগত ৰণ কৰি থকা অৱস্থাতে এটি সৈন্যই অন্যায়ভাবে শেল হানি পঠিয়ালে মূলালৈ। ফলত—

পৰিলে হাউলি
মূলা,—পৰে যেনেকৈ বলিলে ধুমুহা
ছিন্নলতা,—নতু কিম্বা বৃক্ষ কদলীৰ।

আহোম কুলৰ মূৰ্তিমতী ৰণদেৱী মূলাই এইদৰেই ৰণক্ষেত্ৰত প্ৰাণত্যাগ কৰিলে। তেওঁৰ মৃত্যুৰ মাজেৰে জিলিকি উঠিল অসমীয়া নাৰীৰ সাহস, বীৰত্ব আৰু সম্মানবোধৰ কাহিনী।

কাব্যখনি বীৰত্বব্যঞ্জক ঘটনাৰে পূৰ্ণ। দেশপ্ৰেম এইখনিৰ প্ৰধান বাণী। ছন্দৰীতি সাধাৰণ ভাৱে নিমজ যদিও মাজে মাজে অতিশয় বিস্তাৰিত সংলাপ সমূহে সৌন্দৰ্য হেৰুৱাইছে আৰু তেনেক্ষেত্ৰত ছন্দয়ো নিয়ন্ত্ৰণ হেৰুৱাইছে। মাইকেল মধুসূদনৰ কাব্যৰীতিৰ কিছু প্ৰভাৱ বৰবৰুৱাৰ ওপৰত দেখা যায়। অৱশ্যে মধুসূদনৰ দৰে শক্তিশালী ৰীতি তেওঁৰ নাছিল। তেওঁৰ কাব্যত আছিল এক আন্তৰিকতা আৰু এক উদ্দেশ্য—অতীতৰ গৌৰৱেৰে উদ্বুদ্ধ হৈ অসমবাসীয়ে যেন নিজৰ আৰু দেশৰ উন্নতি সাধিব পাৰে।

## তিক্ততাৰ আস্বাদান কাব্য :

বৰবৰুৱাৰ এইখন কাব্যত তেওঁৰ কবি-প্ৰতিভাৰ লগতে অসম বুৰঞ্জীৰ প্ৰতি থকা আকৰ্ষণৰ অধিক পৰিচয় পোৱা যায়। জয়মতী কুঁৱৰীৰ কৰুণ কাহিনীক উপজীব্য কৰি এই কাব্য তেওঁ ৰচনা কৰিছে। তেওঁৰ মাজত আছিল একালে স্বদেশৰ গৌৰৱৰ বাণী সুঁৱৰি আৰু সোঁৱৰাই আনকো উদ্দীপ্ত কৰাৰ ইচ্ছা আৰু আনফালে পাশ্চাত্যৰ ইংৰাজ কবি আৰু বংগৰ কবিসকলৰ কাব্য-প্ৰতিভাই তেওঁকো দিয়া গভীৰ প্ৰেৰণা।

কাব্যখনি বাৰটা সৰ্গত বিভক্ত। কাহিনী ভাগ বুৰঞ্জীমূলক যদিও তেওঁৰ কাব্যৰীতি পৌৰাণিক আৰ্হিৰ। আদিতে তেওঁ স্মৰণ কৰিছে বাল্মিকী, ব্যাসদেৱ, হোমাৰ, কালিদাস, ডাণ্টে, শেক্সপীয়েৰ আদি কবিসকলক। কাব্যৰ কাহিনীভাগ সুকলমে আগবঢ়াই নিবলৈ তেওঁ কল্পনা দেৱীৰ কৰুণা ভিক্ষা কৰিছে।

দ্বিতীয় সৰ্গত লগ পোৱা যায় জয়মতী আৰু গদাপাণিক। দেশৰ অৰাজকতা, ষড়যন্ত্র আৰু অস্থিৰ পৰিৱেশৰ বাবে গদাপাণি আৰু জয়মতীয়ে আত্মগোপনো কৰিবলগীয়া হৈছিল। অৰণ্যবাসৰ কঠোৰ জীৱনে গদাপাণিক কাতৰ কৰা নাছিল যদিও তেওঁ ব্যথিত হৈছিল প্ৰিয়তমা পত্নীৰ বাবে। তেওঁৰ ব্যথা এইদৰে ফুটি উঠিছে—

কিন্তু তুমি প্ৰাণেশ্বৰী মোৰ ফুলনিৰ ফুল
আদৰ সাদৰ কৰি তোলা যতনেৰে
তোমাৰ ই কষ্ট মই কি ৰূপে সহিম ?
হায়! প্ৰিয়ে! হৃদয় বিদৰে॥

জয়মতীৰ পতি-প্ৰাণা স্বভাৱৰ পৰিচয়ো এই সৰ্গতে সুন্দৰকৈ প্ৰকাশ পাইছে। নাৰীৰ ধৰ্ম আৰু পতিব্ৰতা গুণ সম্পৰ্কে তেওঁ সচেতন আছিল। হাজাৰ বিপদ আহিলেও স্বামীক এৰি নাযাবলৈ দৃঢ় প্ৰতিজ্ঞা জয়মতীয়ে কৈছে—

তুমি মোৰ দুখুনীৰ একেটি ৰতন,
তুমি মোৰ প্ৰাণপতি তুমি মোৰ ধ্যান
তুমি মোৰ জীৱৰ জীৱন।

অৰণ্যবাসৰ কঠোৰ জীৱনত প্ৰেমেই আছিল তেওঁলোকৰ একমাত্র সম্বল। স্বামী-স্ত্ৰীৰ মাজত আছিল আস্থা আৰু বিশ্বাসৰ কঠিন বান্ধোন। তাত ৰহণ মানিছিল প্ৰেমে। কিন্তু সুখে-দুখে ভৰা সেই জীৱনতো ক'লা মেঘে ছাঁ পেলালে। ল'ৰা ৰজাই পঠোৱা চাউদাঙে সেই অৰণ্যৰ মাজতে তেওঁলোকৰ সন্ধান পালে। সংকটৰ উমান পাই জয়মতীয়ে স্বামীক উপদেশ দিলে নগাপাহাৰৰ বুকুত আত্মগোপন কৰিবলৈ। প্ৰিয়াক এৰি যাবলৈ অনিচ্ছুক স্বামীক তেওঁ যি বুজনি দিছে, তাতে ফুটি উঠিছে তেওঁৰ তেজস্বী প্ৰাণৰ স্বৰূপ—

বেলি তুমি উঠি অহা তুংখুঙীয়া ফইদৰ
( ইন্দ্ৰবংশী ৰাজ বংশ ) জাতিৰ গৌৰৱ ,
তোমাৰ মৃত্যুত নাথ হানি আহোমৰ
( আহোম ৰাজ্যৰ ) কোনে দমাব বিপ্লৱ ?

তেওঁৰ এই উক্তিৰ মাজত ফুটি উঠিছে স্বামীৰ প্ৰতি তেওঁৰ প্ৰেম, স্বামীৰ মংগল বাসনা আৰু দেশ তথা জাতিৰ ভৱিষ্যতৰ শুভকামনা ।

গদাপাণিৰ আত্মগোপনৰ পিছত জয়মতী হৈ পৰিছে নিঃসংগ আৰু আলম্বনহীন । মাজে মাজে শোকত ভাগি পৰা জয়মতী এগৰাকী সাধাৰণ দুখুনী নাৰীৰ দৰেই স্বাভাৱিক । কিন্তু বিজুলী চমকৰ দৰে তেজস্বী চৰিত্ৰৰ প্ৰকাশে তেওঁক অসাধাৰণ কৰি তুলিছে । তেওঁৰ শোকেভৰা হৃদয়ৰ উমান পোৱা যায় এই কেই ফাকি উক্তিত—

ৰজাৰ তিৰোতা হ'লো কুঁৱৰীৰ নাম ল'লো
ৰাজভোগ কিন্তু হায় ! নহ'ল ভাগ্যত ,
তথাপি নকৰিব দুখ, দুষি কপালক
স্বামীযে সইতে আহি সোমালো বনত ।।
কিন্তু, হায় ! অভাগীৰ ( অদৃষ্ট দোষতে জানো )
পতি-সঙ্গ-সুখ তাকো নাপালো নহ'ল ।

সেই জয়মতীৰে জ্বলন্ত শিখাৰ দৰে ৰূপ দেখা যায় ল'ৰা ৰজাৰ আগত । ৰজাৰ ভয় ভাবুকি একোৱে তেওঁক টলাব পৰা নাই । সাহসেৰে ৰজাৰ আগত থিয় দি তেওঁ যি দৰে যুক্তি তৰ্কৰ যুঁজ কৰিছে, তাৰ মাজত প্ৰকাশ পাইছে তেওঁৰ মনোবল আৰু দৃঢ় সিদ্ধান্ত । ধন, অলংকাৰ আৰু সুৱৰ্ণ ৰতনতকৈও নাৰীৰ বাবে শ্ৰেষ্ঠ সম্পদ হ'ল স্বামী । সেই স্বামীৰ গোপন সন্ধেদ ৰজাক নিদিযে বুলি তেওঁ দৃঢ়কণ্ঠে ঘোষণা কৰিছে । স্বামী তেওঁৰ বাবে জীৱন জিলিকাই তোলা হেমহাৰ স্বৰূপ ,—

প্ৰাণ যাব কুৱঁৰীৰ, তথাপিতো তেওঁ
আদৰৰ হেমহাৰ নিদিয়ে চোৰক ,
পৰাণ থাকোঁতে ৰাণী কেতিয়াও তেওঁ
নিদিয়ে আপোন ধন হৰিব আনক ।

ৰজাৰ ভয়ংকৰ শাস্তিৰ ভাবুকিয়ে তেওঁৰ দৃঢ়চিত্ত দৃঢ়তৰ হে কৰি তুলিছে । তীব্ৰ কণ্ঠেৰে তেওঁ কৈ উঠিছে—

চকু কাঢ়া, ঘিলা কাঢ়া দিয়া মোক জেবেঙ্গাত
যি যি শাস্তি আছে মানে দিয়ে থাকা মোক
তথাপি নকওঁ মই কথা সোৱামীৰ।

সমগ্র কাব্যখনিৰ মাজত জয়মতী এটি মহৎ চৰিত্র হৈ জিলিকি আছে। তেওঁৰ চৰিত্রৰ দৃঢ়তাৰ ধাৰণা লোকমানসত থকাৰ দৰেই কবিয়ে গ্রহণ কৰিছে। জয়মতীৰ আত্মদানৰ এই করুণ কাহিনীত জয়মতীয়েই সৃষ্টি কৰিছে যাই সৌন্দৰ্য্যৰ।

জয়মতীৰ তুলনাত গদাপাণিৰ চৰিত্রৰ বিকাশ কম। সেইবাবে ইয়াত সৌন্দৰ্য্যও কিছু কম। অৱশ্যে কম পৰিসৰৰ মাজতে চৰিত্রটিয়ে কেইটিমান দিশত মনত ৰেখাপাত কৰিব পাৰে। তেওঁ আদৰ্শ স্বামী। পত্নীলৈ তেওঁৰ সীমাহীন স্নেহ। দেশৰ বাবে আৰু কৰ্ত্তব্যৰ আহ্বানত পত্নীক এৰি থৈ যাব লগা হ'লেও এটি ক্ষণৰ বাবেও তেওঁ পত্নীক পাহৰিব পৰা নাই। নগা-পাহাৰৰ সেউজীয়া প্রকৃতিৰ বুকুত থাকিও তেওঁ প্রকৃতিৰ মাজত আৱিষ্কাৰ কৰিছে প্রিয়তমা পত্নীৰ সাদৃশ্য। দুটি এধানি পুত্রৰ সোঁৱৰণেও তেওঁক ব্যথিত কৰিছে। ভাগ্যদেৱতাক দোষ দি তেওঁ ভাবিছে—

চাৰিওটি ঠাই ঠাই কৰিলি, বিধাতা
নিষ্ঠুৰ নিচিনা তোৰ নাই ত্রিলোকত
ল'ৰা দুটি লই দুটি মাইকী-বাপেকী আমি
একেলগে কত সুখে কৰিছিলো বাস
তই কিন্তু চাৰিওটি কৰি ঠাই ঠাই
ভাঙ্গিলি সুখৰ ঘৰ! কৰিলি নিৰাশ।

জয়মতীৰ নিদাৰুণ শাস্তিৰ বাৰ্তাৰ পাই ধৰা দিবলৈ অহা গদাপাণি আৰু মৃত্যুমুখী পত্নীৰ মুখত পানী এচলু দিয়া গদাপাণিয়ে পাঠকৰ সহানুভূতি লাভ কৰে।

বাৰে বাৰে অনুৰোধ কৰাৰ পিছতো জয়মতীৰ মন ঘূৰাব নোৱাৰি গদাপাণি উভটি গ'ল। কঠোৰ শাস্তি ভুগি মৃত্যু হল জয়মতীৰ। কিন্তু এই মৃত্যুৰ বৰ্ণনাতকৈও বেছি করুণ হ'ল মৃতদেহৰ কাষত কৰা গদাপাণিৰ বিলাপ। কুসুমকোমলা পত্নীৰ ভূলুণ্ঠিত মৃতদেহ দেখি শোকত তেওঁৰ বুকু ভাঙি গৈছে। তেওঁ কৈ উঠিছে—

প্ৰিয়তমা ! লিখা আছে ভাগ্যত তোমাৰ
থাকা কঙ্গালিনীৰ দৰে শ্মশান মাজত
আহোমৰ ৰাজলক্ষ্মী, নাই আড়ম্বৰ
তোমাৰ লগত আজি এই শ্মশানত ।

জয়মতীৰ মৃত্যুৰ বাতৰি গদাপাণিযে সপোনত লাভ কৰা, বনদেৱী আহি গদাপাণিক সান্ত্বনা দিয়া, মৃত্যুৰ পিছত জয়মতীক লক্ষ্মীদেৱীয়ে সৰগলৈ আদৰি নিয়া আদি কিছুমান অলৌকিক উপাদান কাব্যখনিত যোগ কৰা হৈছে ।

বৰবৰুৱাৰ সমূহ কাব্যতে এটি লক্ষণীয় বৈশিষ্ট্য হ'ল তেওঁৰ ছন্দ-কুশলতা । সকলোক্ষেত্ৰতে ই নিমজ নহয় যদিও ঠাই-বিশেষে বিশেষ সৌন্দৰ্যৰে ভৰপূৰ হৈ উঠিছে । তেওঁৰ ছন্দৰীতিত ঘৰুৱা আৰু গদ্যগন্ধী মাত-কথা ভৰি আছে । তাৰ বাবে কেতিয়াবা এইবোৰ অতি-সাধাৰণ হৈ পৰে আৰু কাব্যৰ আমেজ হেৰুৱায় । কেতিযাবা আকৌ মনোমোহা উপমা-অলংকাৰেৰে এইবোৰে সুন্দৰ কাব্যিক ৰূপ পৰিগ্ৰহণ কৰে । উদাহৰণ-স্বৰূপে এই কাব্যৰ নগাপাহাৰৰ প্ৰাকৃতিক সৌন্দৰ্যৰ বৰ্ণনা আৰু 'যুদ্ধক্ষেত্ৰত আহোম ৰমণী'ৰ মুলাৰ উজাগৰী নিশাৰ বৰ্ণনালৈ আঙুলিয়াব পাৰি ।

মাইকেল মধুসূদন দত্তৰ প্ৰেৰণা আৰু প্ৰভাৱ বৰবৰুৱাৰ ভাষা আৰু কাব্য শৰীৰৰ নানা ঠাইত দেখা যায । আবশ্যে ই অক্ষম অনুকৰণ নাছিল, তাৰ লগতে আছিল তেওঁৰ স্বাভাৱিক প্ৰতিভা ।

## ৰঘুনাথ চৌধাৰী

অসমীযা সাহিত্যত বিহগী কবি ৰূপে পৰিচিত ৰঘুনাথ চৌধাৰীৰ ( ১৮৭৯-১৯৬৮ ) কবিতাত প্ৰকৃতিৰ শোভা যেন উপচি পৰিছে ফুলৰ সুৰভী আৰু পখীৰ কুজনেৰে । 'জোনাকী'ৰ পাতত কাব্যচৰ্চাৰ অনুশীলন কৰা কবিগৰাকীৰ প্ৰতিভাই পূৰ্ণ বিকশিত ৰূপ পায উত্তৰজোনাকী কালত । 'সাদৰী' (১৯১০), 'কেতেকী' ( ১৯১৮ ), 'কাৰবালা' ( ১৯২৩ ), 'দহিকতৰা' ( ১৯৩১ ) আৰু 'নৱমল্লিকা' ( ১৯৫৮ ) পুথিৰ মাজত তেওঁৰ কাব্য-প্ৰতিভা উজ্বল হৈ আছে ।

চৌধাৰী কবিৰ কবিতাৰ ঘাই সৌন্দৰ্য হ'ল প্ৰকৃতি জগতৰ লগত তেওঁ অনুভৱ কৰা এক গভীৰ একাত্মবোধ । কিন্তু প্ৰকৃতিক অতিক্ৰম কৰি এক ৰহস্য আৰু আধ্যাত্মিক উপলব্ধিৰ জগতখনলৈও তেওঁ কেতিয়াবা মন কৰিছে । সেইবোৰ ক্ষণত সংসাৰৰ অনিত্যতা, বিশ্বসংসাৰৰ মাজত

পৰমপ্ৰিয় ৰূপে একমাত্ৰ ভগৱানৰহে উপস্থিতিৰ উপলব্ধি আৰু কৰুণ প্ৰতীক্ষাৰ সুৰ তেওঁৰ কবিতাৰ মাজত ধ্বনিত হয়। গতিকে প্ৰকৃতি-প্ৰীতি অথবা বিহগ প্ৰীতিয়েই তেওঁৰ কবিতাৰ একমাত্ৰ সুৰ নহয়। অৱশ্যে এইটোৱেই হ'ল তেওঁৰ কবিতাত থকা সম্মোহন সৃষ্টিকাৰী ঘাই সুৰ।

'সাদৰী' নামৰ কবিতা পুথিখনৰ মাজত কবিৰ প্ৰতিভাৰ পৰিচয় ফুটি উঠিছে অতি বিচিত্ৰ ভাবে। প্ৰকৃতিৰ বুকুত বিচৰণ কৰি সংসাৰ সুৰেৰে ওপচাই তোলা পখীৰ গীতত তেওঁ বিচাৰি পাইছে সৰগী অমৃতৰ সোৱাদ। ফুলৰ মাজত তেওঁ দেখিছে সাতো সৰগৰ সৌন্দৰ্য। কালিদাসৰ দৰে তেওঁ প্ৰত্যক্ষ কৰিছে শব্দ-গন্ধ-বৰ্ণে ভৰা এখন অপৰূপ প্ৰকৃতিৰ জগত। সাধাৰণ প্ৰকৃতি তেওঁৰ অনুভৱত ধৰা পৰিছে অসাধাৰণ সৌন্দৰ্যৰ লীলাভূমি হৈ। অখ্যাত সৰু ফুল এপাহক 'গিৰিমল্লিকা' নাম দি কবিয়ে সেই ফুলপাহৰ লগতে যেন ৰোমন্থন কৰিছে অতীতৰ বহু সোণাময় ক্ষণৰ। লুইতৰ তীৰৰ পাহাৰত ফুলি থকা এই ফুলে যেন সৰগৰ ৰূপ আৰু পৰিমল আনি পৃথিৱীত মেলি দিছেহি। সেই এধানি ফুলপাহক ওলগ জনাবলৈ গছে গছে ফুলপাতে তোৰণ সজাইছে, দ্ৰোণফুলে দিছে লাজাঞ্জলি। প্ৰকৃতি জগতৰ এই জাগৰণ দেখি কবিয়ে ভাৱিছে—

প্ৰিয়া, তুমি ঢালিলা কি মোহন মদিৰা
হাঁহি কটাক্ষৰ। যি হাঁহিত বনে বনে
হৰিত ক্ষেত্ৰত তৰুতৃণ লতিকাৰো
ভাঙিল চমক।

ফুলপাহৰ সৌন্দৰ্যৰ উহঁ বিচাৰি গৈ কবিয়ে কল্পনাৰ জগতত বহুবাদি ভাৱিছে, হয়তো কোনোবা শাপভ্ৰষ্টা দেৱীহে এইফুল। শিৱৰ ধ্যান ভংগৰ বাবে মদনে তুলিলোৱা ধনুতে কিজানি পুষ্পশৰ হৈ আছিল ফুলপাহ। তেওঁৰ মানস চকুত ভাঁহি উঠিছে মালিনী নদীৰ তীৰৰ কোনো আশ্ৰমত প্ৰেম আৰু যৌৱনে অপৰূপ কৰি তোলা কোনো আশ্ৰম কন্যাৰ ছবি। সামান্যক অসামান্য কৰি তুলিব পৰা মনৰ চকুৰে ফুল পাহক তেওঁৰ প্ৰাণৰ উম ঢালি নতুন নতুন ৰূপেৰে সজাই চাইছে। সেইদৰে 'গোলাপ'ৰ মাজত আছে তেওঁৰ অন্তৰত জাগি উঠা এক ৰহস্যময় অনুভৱ। এই ফুলৰ ৰাণীৰ লগত তেওঁ বিচাৰি পাইছে যুগ-যুগান্তৰৰ ইতিহাসৰ সম্পৰ্ক। বহুতো প্ৰেমিক-প্ৰেমিকাৰ তপত নিশাহেৰে বুকু ওপচা গোলাপ ফুলপাহ কবিৰ মনত চিৰন্তন প্ৰেমৰ

প্ৰতীক। ভেটফুলৰ মাজতো কবিয়ে বিচাৰি পাইছে অপেক্ষাৰতা প্ৰেমিকাৰ প্ৰেমিকৰ প্ৰতি আকুলতা, অভিমান আৰু অনাহূত বেদনাৰ ভাষা।

ফুলৰ দৰে চৰায়ো কবিৰ বাবে সৰগী আনন্দৰ বাতৰি দিওঁতা। 'দহিকতৰা' পুথিৰ মাজত সবাৰে আনাদৃত চৰাইটিৰ প্ৰতি থকা কবিৰ সীমাহীন স্নেহ আৰু সহানুভূতিৰ উমান পোৱা যায়। বিশ্ব-জগতত বসন্তৰ আগমনৰ বাতৰি আনোতা এই চৰাইটিৰ প্ৰতি কবিৰ ধাৰণা—

আছিলি নিমাতী হই কত দিন ধৰি
বলিল শীতল বাব
কুৰুবাই দিলে ৰাব
আহিল বসন্ত দৰা লাহ বাহ কৰি
আদৰি আনিলি তযে তলি সুবাগুৰি।

আলোকে অন্ধকাৰে ভৰা কোনো ৰহস্যময় জগতৰ এই সৰগী প্ৰাণীটিৰ মাজতে কবিয়ে দেখিছে কোমলতা, পবিত্ৰতা আৰু সৌন্দৰ্য-মাধুৰীৰ ত্ৰিবেণী-সংগম। সেইদৰে কেতেকীৰ গীতৰ সুৰতো, তেওঁ দেখিছে, প্ৰাণে প্ৰাণে জাগৰণৰ গীত সাৰ পাই উঠা। কেতেকীৰ মাজতো কিমান যে সোঁৱৰণি। কবিব কল্পনাই আকৌ বুৰদিয়ে দ্বাপৰৰ মোহন বেণুৰ সুৰৰ পৰা শকুন্তলাৰ নয়নৰ পৰা সৰি পৰা দুটোপাল চকুপানীলৈকে। অসমৰ নগৰে-চহৰে আনন্দৰ লহৰ তোলা এই যাদুকৰী কণ্ঠৰ চৰাইজনীক লৈ কবিয়ে সুদীৰ্ঘ ভাব-অনুভূতি-কল্পনাৰ এডাল মালাহে যেন গাঁঠিছে।

বিহগী কবিৰ কবিতাত ফুল আৰু চৰাইৰ মনোমোহা ৰূপৰ আঁৰে আঁৰে আৰু এটি তাৎপৰ্যময় সুৰ মাজে মাজে ধ্বনিত হৈছে। সেই সুৰৰ আঁৰত আছে সংসাৰৰ বিচিত্ৰ লীলা দেখি বিস্মিত হৈপৰা এটি ব'ৰাগী প্ৰাণৰ অন্তহীন জীজ্ঞাসা। 'বণিজৰ কথা' নামৰ কবিতাত প্ৰতীকি ভাৱেৰে তেওৰ দাঙি ধৰিছে সংসাৰৰ চাকনৈযাত পৰি সৰ্বশ্ৰান্ত হৈ পৰা মানৱী প্ৰাণত হাহাকাৰৰ কথা। কবিৰ ব্যক্তিগত জীৱনৰ দুটি এটি দুখী অনুভৱো ইয়া-ধৰা পৰা যেন লাগে। তেওঁৰ অনুভৱ—

হ'লো সকলোৰে নেওচানি খোৱা
হইছো দুৱাৰডলি,
দুখ যাতনাৰ ভৰি গছকাত
প্ৰাণ মোৰ যায় জ্বলি।

বিশ্ব-সংসাৰ ভৰি থকা সকলো দুখী আৰু নিৰ্যাতিত লোকৰ কথা মনত পেলাই কেতিয়াবা চৰাচৰৰ মূল শক্তি ভগৱানকো তেওঁ প্ৰশ্ন কৰে—

তোমাৰেই প্ৰভু বিনন্দীয়া সৃষ্টি
তোমাৰেই লীলাভূমি
আলাই আথানি কৰি নিঃকিনক
কি সুখ লভিছা তুমি ?

কবিৰ হৃদয়ৰ মাজত সগোপনে শুই থকা সকলো সুখ-দুখৰ অনুভূতিৰ শেষত পৰম সুন্দৰক কেনেদৰে তেওঁ পৰমপ্ৰিয ৰূপে গ্ৰহণ কৰিছে তাৰ উমান আছে 'ফুলশয্যা' নামৰ কবিতাটিত। কবিতাটিত ৰহস্যবাদী চিন্তাৰ এক মৃদু আভাস লক্ষ্য কৰা যায়। প্ৰথমতেই আছে এক সুকোমল ব্যথাহত প্ৰাণৰ বেদনাৰ সুৰ,

আৰুনো কিমান দিযা বেদনাৰ বোজা
হে মোঁৰ হৃদয দেৱতা !
কৰুণ ৰোদন তুলি ভাঙি দিলা কিয়
প্ৰাণৰ নিবিড় নীৰৱতা ?

কবিৰ হৃদয়-সাগৰত আনন্দৰ অমৃত নাই, আছে মাথোন বেদনাৰ তীব্ৰ হলাহল। অন্তহীন যন্ত্ৰণাৰ তাপত তেওঁৰ জীৱন ছাৰ-খাৰ হৈ পৰিছে। সংসাৰত কাৰোপৰা এধানি মৰম নোপোৱা কবিয়ে ভগৱানকে প্ৰিয়তম বুলি মানি লৈছে। বেদনাৰ অশ্ৰুৰে সজল হৈ পৰা কণ্ঠৰে সেই প্ৰিয়তমক তেওঁ প্ৰশ্ন কৰে—

ভাৰাক্ৰান্ত চিত্ত আজি উদ্বেলিত কৰি
কিবা সুখ পালা প্ৰিয়তম ?

সংসাৰ পথৰ খলা-বমাত উজুটি খাই কবি ভাগৰি পৰিছে। ওৰে জীৱন কঢ়িওৱা অৱহেলাৰ আৱৰ্জনা নমাই এতিয়া তেওঁক লাগে এধানি শান্তিৰ জিৰণি। সেই জিৰণিৰ ক্ষণতে তেওঁ মৰণৰ মাজেদি লগ পাব প্ৰিয়তম জীৱন দেৱতাৰ, যি জনৰ জ্যোতি হ'ল মৰণ-বিজযী। অন্তিমৰ সেই ভীষণ সুন্দৰ লগনৰ বাবে বাট চাই কবিয়ে কৈছে—

জ্বলিছে দূৰত সউ প্ৰলয়ৰ শিখা
ধৰিছে কি ৰূপ বিতোপণ
সেয়ে মোৰ ফুল'শয্যা ৰক্তকমলৰ
ল'ম তাতে অনন্ত শয়ন।

কবিৰ অন্য দুটি এটি কবিতাতো ভগৱানৰ ওচৰত একাত্ম আত্মসমৰ্পণৰ মনোভাৱ ফুটি উঠিছে। তেওঁৰ হৃদয়ৰ অন্ধকাৰ কাৰাগাৰখনি কৰুণা-কিৰণ ঢালি জ্যোতিৰ্ময় কৰিবৰ বাবে তেওঁ অনুৰোধ কৰিছে হৃদি চিন্তামণি ভগৱানক।

কবিৰ অন্য এখনি কাব্যগ্ৰন্থ 'কাৰবালা' কৰুণ ৰসেৰে সিক্ত। এইখনি খণ্ডকাব্যত আছে বিশ্ববিখ্যাত কাৰবালাৰ কাহিনীৰ অন্তৰপৰশা ৰূপ।

'নৱমল্লিকা' কথা-কবিতাৰ পুথি। ইযাব আটাইবোৰ কথা-কবিতাতে কবিতাৰ কোমলতা আৰু সম্মোহন নাই। কিছুমান হৈ পৰিছে ব্যক্তিনিষ্ঠ প্ৰবন্ধ মাথোন। তথাপিও কবিৰ ব্যক্তিগত জীৱনৰ হতাশা, নিঃসঙ্গতা, বেদনা আদি বিচিত্ৰ অনুভৱৰ ৰেঙণি পৰি পুথিখন সাৰ্থক হৈ উঠিছে।

ৰঘুনাথ চৌধাৰীৰ কবিতাৰ ঘাই আকৰ্ষণ উৎকৃষ্ট শব্দৰ সু-প্ৰয়োগ। ঘাইকৈ তেওঁৰ শব্দ সম্ভাৰ সংস্কৃত শব্দৰে ভৰপূৰ। তাৰে কিছুমান শ্ৰুতি-মধুৰ হ'লেও অৰ্থৰ ফালৰ পৰা অপ্ৰচলিত বাবে বহুজাত কিছু জটিল। তথাপিও গিৰিমল্লিকা, দহিকতৰা, মধুলিহ , মাধৱী আদি কবিতা এনেবোৰ শব্দই শুৱলা কৰি তুলিছে। প্ৰয়োজন সাপেক্ষে আৰবী-ফাৰ্চী শব্দ আৰু নিভাঁজ ঘৰুৱা মাত-কথা তেওঁ কেনে খাপখোৱাকৈ ব্যৱহাৰ কৰিব পাৰিছিল, তাৰ উদাহৰণ ক্ৰমে 'গোলাপ' আৰু 'কেতেকী' কবিতা দুটি।

কবি চৌধাৰী আছিল এজন অন্তদৃষ্টিসম্পন্ন কবি। সাধাৰণত অসাধাৰণত্ব আৰোপ কৰিব পৰাটোৱেই আছিল তেওঁৰ কবিতাৰ ঘাই সৌন্দৰ্য।

## অম্বিকাগিৰি ৰায়চৌধুৰী

অসমীয়া কবিতাৰ জগতত অম্বিকাগিৰি ৰায়চৌধুৰী (১৮৮৫-১৯৬৭) এটা জুইৰ আখৰেৰে লিখা নাম। থং আৰু বিদ্ৰোহৰ সুৰে উতলা এওঁৰ কবিতাত আছিল অফুৰন্ত দেশপ্ৰেমৰ সম্ভেদ। নাটক আৰু গীত ৰচনাতো প্ৰতিভাৰ পৰিচয় দিওঁতা ৰায়চৌধুৰীৰ কবিতাৰ কোমল সুন্দৰ ৰূপ এটি পোৱা যায় 'তুমি' (১৯১৫) কাব্যৰ মাজত। তেওঁৰ বাকীবোৰ পুথি হ'ল 'বীণা' (১৯১৬), 'অনুভূতি' (১৯১৪), 'বন্দো কি ছন্দেৰে', 'স্থাপন কৰ স্থাপন কৰ' আৰু কবিতাৰ বাহিৰে কেইখনমান বেলেগ পুথি।

কবি চৌধুৰীৰ হৃদয়ত দুটি অনুভৱৰ উঁহ আছিল। তাৰে এটিত আছিল অন্তহীন ক্ষোভ আৰু বিদ্ৰোহৰ আগ্নেয়গিৰিৰ লাভা। অন্যটিত প্ৰেমৰ শীতল সৰোবৰ। জ্বলন্ত ভাৱৰ কবিতাবোৰৰ মাজত কবিৰ দেশৰ প্ৰতি থকা মৰমৰ ফলস্বৰূপে ফুটি উঠা সকলো অন্যায অবিচাৰৰ সংশোধনৰ মনোভাৱ এটি দেখা যায়। 'মই বিপ্লৱী, মই তাণ্ডৱী' কবিতাটি কবিৰ তীব্ৰ ক্ষোভ আৰু বিদ্ৰোহৰ লগত খাজে-খাপে খাইপৰা শব্দৰে সুশোভিত। কবিতাটিত কবিযে ব্যক্তি-সত্তাক অতিক্ৰম কৰি সংস্কাৰকামী মনৰ চিৰন্তন মানৱৰ মাজত থকা এক শুভশক্তিৰ ৰূপ গ্ৰহণ কৰিছে। তেওঁ ক্ষুদ্ৰ মানৱৰ পৰা উত্তৰণ কৰিছে বিশাল মানৱলৈ। তেওঁ কালবিজয়ী আৰু কাল-বিনাশী। সময়ে তেওঁৰ গা-ত আচোঁৰ পেলাব নোৱাৰে। তেওঁৰ মাজত উদগীৰণৰ বাট বিচাৰিছে যি বিপ্লৱৰ আগ্নেয় অনুভৱে—

নভো মহানীল চিৰাচিৰ কৰি
প্ৰলয় ভঙ্গী উঠে তাৰ চৰি,
স্বৰ্গ-মৰ্ত্ত্য-ৰসাতল বেথা
মোহাৰি মুচৰি কৰিদিলে একাকাৰ
ক্ষিত্যপতেজ-মৰুৎ-ব্যোমৰ
নোহোৱা কৰিলে চিন-চাব পাৰাপাৰ

সেই অতিশক্তিমান লাভাপুঞ্জক থবলৈ-ক'বলৈ বিচাৰি পোৱা নাই উপযুক্ত আধাৰ-পাত্ৰ। তেওঁৰ প্ৰলয তাণ্ডৱত ধ্বংস কৰিবলৈ কবিযে দেশ-কাল-সমাজৰ সকলো অশুভ আৰু অনাচাৰৰ ফালে চকু দিছে। তেওঁ দেখিছে বিলাসৰ অলসতাত কৰ্মৰ-দীপ্তি ম্লান হৈ অহা মানুহ। দেখিছে প্ৰৱঞ্চনা আৰু কুহকিনী ৰূপৰ মোহত পৰি বিপথগামী হোৱা পৱিত্ৰতাৰ গতি। সমাজৰ আগশাৰীৰ আসন পোৱা কবি-কলাকাৰ দেশনেতাৰ কথা আৰু কামৰ মাজত থকা বিসংগতিয়েও কবিৰ তাণ্ডৱ-স্পৃহা দৃঢ় কৰিছে। পদ-মৰ্যাদা আৰু ক্ষমতাৰ লোভত পৰি বিবেক আৰু মনুষ্যত্বক বিসৰ্জন দিয়া এচামক দেখিও তেওঁৰ ক্ৰোধ উতলি উঠিছে।

কোনফালে চাই কোন ফালে লৰোঁ
কোনটিক এৰি কোনটিক ধৰোঁ।

চাৰিওফালে ঠগ-প্ৰৱঞ্চনা, লোভ আৰু লালসা। জীৱন দিনে দিনে বিষাক্ত হৈ উঠিছে। কিন্তু খণ্ডত উতলা কবিয়ে এপাকত বুজি উঠিছে, বাহিৰৰ

জগতলৈ বোৱাৰ আগতে নিজৰ ভিতৰখন ভালদৰে চোৱা উচিত। স্বৰ্গ-নৰক নিজৰ ভিতৰতে, সৃষ্টি-স্থিতি-প্ৰলয়-বিনাশ সকলোবোৰ মানুহৰ ভিতৰতেই ঘটিব লাগিছে। গতিকে তেওঁ কৈছে—

প্ৰথমে নিজৰ অহং-সিন্ধু মন্থন কৰি,
নাৰকী কলুষ-ক্লেদ
ধ্বংসি, বিনাশি, তোল জীৱনত পুণ্য-লৱণু কৰি
অহমিকা ছেদ।

নিজকে শুদ্ধ কৰিব পাৰিলেই দেশ আৰু সমাজ হৈ উঠিব সৎ আৰু পৱিত্ৰ।

ৰায়চৌধুৰীৰ কবিতাৰ এই জুই বৰষা সুৰৰ লগে লগে থকা আনটো সুৰ নতুনকৈ সৰা নিযৰৰ দৰেই প্ৰাণ শীতলকাৰী। প্ৰেমৰ কবিতাত তেওঁৰ প্ৰতিভা কিমান নিমজ আছিল তাৰ উমান পোৱা যায় সুৰী দৌত্য নামৰ কবিতাটোত। কবিৰ প্ৰিয়াৰ মধুৰ অপেক্ষা ভাঙিবলৈ কবিয়ে বীণাখনি হাতত তুলি লৈছে, যাতে সুৰৰ ঢৌ উটি গৈ সেই প্ৰেয়সীৰ গানৰ সতে একাকাৰ হৈ পৰে। হিয়াৰ মাজত কবিৰ বেদনাৰ জুই জ্বলিছে, বিৰহৰ অগনিত তেওঁ কাতৰ। প্ৰিয়াৰ মিলনৰ বাবে এয়ে উপযুক্ত সময়—

এই খেনতেই আহি যদি তেওঁৰ সাদৰি-আদৰি
চুমাটি খায়
দুয়োৰে মাজত বেথা জ্বলি থকা তেহে যদি এই
যাতনা যায়।

হৃদয়ৰ দুৱাৰ মেলি প্ৰিয়াৰ আগমনলৈ বাট চাই থকা কবি যেন চিৰন্তন এক প্ৰেমিক পুৰুষ। শতজনমৰ যাতনা বুকুত লৈ তেওঁ অপেক্ষা কৰিছে প্ৰেয়সীৰ বাবে, যি প্ৰেয়সী অন্তহীন শান্তি আৰু আশ্ৰয়ৰ প্ৰতীক।

ৰায়চৌধুৰীৰ কবিতাত থকা ৰহস্যবাদৰ আলোচনাৰ বাবে 'তুমি' কাব্য সুন্দৰ উদাহৰণ। সীমাৰ পৰা অসীমলৈ কৰা যাত্ৰাপথৰ সাৰ্থক ৰূপায়ণ ৰূপে কাব্যখনি জিলিকি আছে। 'তুমি' কাব্যক কবিৰ বিশ্বৰূপ দৰ্শন বুলি ক'ব পাৰি। বিন্দুতে সিন্ধুৰ দৰ্শনৰ দৰে তেওঁ এক পৰম শক্তিৰ মাজত দেখিছে অজস্ৰ ৰূপৰ মেলা। সকলো সুন্দৰ আৰু সকলো মঙ্গলময়ৰ ৰূপৰ আধাৰ যেন সেই পৰম শক্তি। প্ৰেমিকাৰ দৈহিক আৱেদন, জননীৰ সুগভীৰ স্নেহ, পত্নীৰ প্ৰেম আৰু ভগ্নীৰ মৰমৰ মাজত নাৰীয়ে নানা ভাবে নানা ৰূপে

তেওঁলৈ চিৰসুন্দৰৰ বাৰ্তাৰ বহন কৰে। প্ৰকৃতিৰ অপৰূপ জগতত সকলো সুন্দৰ, শান্ত, স্নিগ্ধ আৰু ভয়ংকৰ ৰূপৰ মাজতো তেওঁ দেখা পায় পৰম-সুন্দৰৰ অস্তিত্বৰ প্ৰচণ্ড প্ৰকাশ। তেওঁৰ প্ৰাণে কৈ উঠে—

সকলো তুমিয়ে নাথ
জগতত দেখিছো যিমান।

সেই চিৰসুন্দৰক প্ৰাণৰ মাজত ধৰোঁ ধৰোঁ বুলিও ধৰিব নোৱাৰি অতৃপ্তি আৰু হেঁপাহৰ মায়াজালেৰে ভৰা তেওঁৰ প্ৰাণৰ কাতৰোক্তি পৰিণত হৈছে অতীন্দ্ৰিয়বাদী কামনালৈ।

## দুৰ্গেশ্বৰ শৰ্মা

কবি দুৰ্গেশ্বৰ শৰ্মাৰ (১৮৮৫-১৯৬১) কবিতাৰ পুথি দুখন হ'ল 'অঞ্জলি' (১৯১০) আৰু 'নিবেদন' (১৯২০)। শৰ্মাৰ কবিতাৰ মোহিনী গুণ হ'ল ভাষাৰ সৰলতা। কাব্যিক অলংকাৰেৰে সজোৱা পৰোৱা নহ'লেও সাধাৰণ কথাকোৱাৰ সৰল ভাষাতে তেওঁ কবি প্ৰাণৰ বিবিধ অনুভৱ ফুটাই তোলে। প্ৰেম আৰু মিলনৰ হেঁপাহ, অনুৰাগ প্ৰায় ৰহস্যবাদৰ ফালে ঢাল ল'বলৈ বিচৰা ভাৰতীয় আধ্যাত্মিক দৰ্শন আদি বিবিধ চিন্তা-অনুভূতিৰ প্ৰকাশ তেওঁৰ কবিতাত দেখা যায়। "কিবা যেন নাই নাই" ভাৱৰ হাহাকাৰ ভৰা হিয়াৰে ৰমন্যাসিক প্ৰেম অনুভৱৰ কবিতা ৰচনা কৰোঁতা কবিজনাই 'ৰঙিলা'ৰ দৰে বুকু চুই খোৱা সৰল কৰুণ সৰস কবিতাও ৰচনা কৰিছে। কবিৰ অধ্যয়নপুষ্ট মনত ৱৰ্ডচৱৰ্থৰ কবিতাৰ প্ৰচুৰ সম্পদ ভৰি আছিল। তাৰে ভাঙনি আৰু ছায়াপুষ্ট কবিতা ৰচনাত তেওঁ নিপুণতাৰ পৰিচয় দিছিল। ৰচনাৰ মিতভাষিতাও বহুদূৰ ৱৰ্ডচৱৰ্থৰ লগত তুলনীয়।

কবিৰ মনৰ মাজত ভাৰতীয় আধ্যাত্মিক চিন্তাৰ প্ৰভাৱ আছিল সুগভীৰ। তাৰ ফলত মৃত্যু আৰু পৰকালৰ চিন্তা তেওঁৰ কবিতাত ফুটি উঠা দেখা যায়। সংসাৰৰ অনিত্যতা আৰু মানুহৰ ক্ষুদ্ৰতাৰ কথা স্মৰণ কৰি 'বিশ্ব ভাৱৰীয়া' কবিতাত তেওঁ কৈছে যে কোনোবা এজন অদৃশ্য সূত্ৰধাৰে মানুহক পুতলাৰ দৰে সংসাৰত নচুৱাই থাকে। কাৰোবাৰ সুৰত বজা বাঁহীৰ দৰে মানুহে সংসাৰত সুৰকাৰক নেদেখাকৈয়ে কাল পাত কৰে। এখানিও আহৰি নোহোৱাকৈ মানুহে জীৱনত যিবোৰ কাম কৰে, সেয়া আচলতে বেলেগ কোনোবাই হে কৰায়। কবিৰ উক্তি—

আমি ভাও লই লই বিশ্ব ভাৱনা
সদায় পাতিব লাগিছো,
আমি ঠিক ভাৱৰীয়া হাঁহি কান্দি নাচি
নিজ ভাও দিব জানিছো।

সংসাৰ মঞ্চত দুদিনৰ বাবে আহি ভাও দিয়াই হ'ল মানুহৰ কাম। কোনোবা অদৃশ্য শক্তিৰ দ্বাৰাই নিয়ন্ত্রিত হয মানুহৰ জীৱন আৰু কৰ্ম, এয়েই তেওঁৰ দাৰ্শনিক ভাবাপন্ন কবিতা সমূহৰ মূল ভাব।

## বাঁহী-আলোচনী যুগৰ কবি আৰু কবিতা

অসমীযা সাহিত্যত সদাযেই আলোচনীসমূহৰ বিশেষ দুই-এখনে গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰি আহিছে। 'জোনাকী'ৰ প্ৰেৰণাৰে ভৰা সময়খিনিৰ অৱসাদ অহা কালতে 'বাঁহী' আৰু 'আলোচনী'য়ে এক সাহিত্যিক প্ৰেৰণাৰ কাম কৰিছিল। 'বাঁহী'ৰ কৰ্ণধাৰ লক্ষ্মীনাথ বেজবৰুৱাৰ প্ৰভাৱ আৰু প্ৰেৰণাই এচাম তৰুণ কবিক আগবঢ়াই আনিছিল। ১৯০৯ চনৰ পৰা ১৯৩৩ চনলৈ বেজবৰুৱাই সম্পাদনা কৰা বাঁহীত ভালেমান ভাল কবিতা প্ৰকাশ পাইছিল। অমিয কুমাৰ দাস আৰু মাধবচন্দ্ৰ বেজবৰুৱাযো পিছলৈ বাঁহীৰ সম্পাদনা কৰিছিল। 'আলোচনী' প্ৰকাশ পাইছিল প্ৰসন্ন কুমাৰ বৰুৱা, নীলমণি ফুকন আদিৰ সম্পাদনাত ১৯১০ চনব পৰা ১৯১৭ চনলৈ। 'বিজুলী' ( ১৮৯০ ) 'উষা' ( ১৯০৭ ) আদিয়েও সাহিত্যজগতলৈ অৰিহণা যোগাইছিল।

এইখিনি সময়ৰ কবিতাত এক বৈচিত্র্য আৰু নতুন সৌন্দৰ্য দেখা যায়। আপোন মনৰ সকলো আনন্দ-বিষাদৰ অনুভূতি আগতকৈ বেছি মুকলি ভাৱে কবিতাত মেলি দিযা হ'ল। প্ৰকাশ ভংগীত আহিল অধিক সুকুমাৰতা। দৰ্শন আৰু ৰহস্যবাদে ভালদৰে আত্মপ্ৰকাশ কৰিলে। কবিতাৰ জগতত নতুন নতুন বিভিন্ন বিষয় বস্তুৱে প্ৰৱেশ কৰিলে। 'কথা-কবিতা'ৰ দৰে অভিনব কবিতাৰো আগমন ঘটিল এই সময়তে। মুঠতে কবিতাৰ জগত যেন নানা বহুৰঙী সম্পদেৰে উপচি পৰিল।

### যতীন্দ্ৰ নাথ দুৱৰা

যতীন্দ্ৰ নাথ দুৱৰা ( ১৮৯২-১৯৬৪ ) অসমৰ এজন অন্যতম শ্ৰেষ্ঠ প্ৰেমৰ কবি। প্ৰেম আৰু প্ৰেম দিয়া কৰুণ অভিমান, এয়ে তেওঁৰ কবিতাৰ থাই ভাৱ।

অসমীয়া ৰমন্যাসিক কবিতাৰ দ্বিতীয় স্তৱত দুৰ্গাই আছিল সবাতোকৈ সফল কবি। ৰমন্যাসিক কবিতাৰ মাজত থকা বিষাদৰ কোমলতা দুৰ্গাৰ কবিতাত পূৰ্ণতম ভাবে বিকশিত হৈছে।

দুৰ্গাৰ কবিতাৰ উৎস ঘাইকৈ তেওঁৰ জেতুকা বুলীয়া অন্তৰ যদিও দেশ-বিদেশৰ নানা কবিৰ কবিতাৰে তেওঁৰ প্ৰাণৰ সম্পদ বৃদ্ধি হৈছিল। শ্যেলি, টেনিছন, হেইনৰিখ হাইনে আদি পশ্চিমীয়া কবিসকলৰ অনুভূতি নিজৰ প্ৰাণৰ উমেৰে সজাই কেতিযাবা তেওঁ কবিতাত প্ৰকাশ কৰিছে। সেই প্ৰকাশ ইমান নিমজ যে সেয়া দুৰ্গা কবিৰ নিজা ৰচনা যেনহে বোধ হয়।

'আপোনসুৰ' (১৯৩৩) আৰু 'বনফুল' (১৯৫২) কবিতা পুথিত দুৰ্গা বিষাদৰ কবিৰূপে জিলিকি আছে। বিষাদ তেওঁৰ আলসুৱা হিয়াৰ সম্পদ। যৌৱনৰ প্ৰথম প্ৰহৰত প্ৰেম বুলি ভুল কৰা কাৰোবাৰ মৰমে তেওঁক যি আশা আৰু সপোনৰ জগতত বিচৰণ কৰাইছিল, সেই সপোনৰ শেষত তেওঁ নিজকে আৱিষ্কাৰ কৰিছে বাটৰ কাষৰ উপেক্ষিত বনফুল ৰূপে। চেনেহ ভিখাৰী কবি অভিমানত ভাগি পৰিছে—

মানুহৰ ভালপোৱা? আছে যদি থক
নাই তাত মোৰ প্ৰয়োজন।

তেওঁৰ বাবে ভালপোৱা এক বিষাদৰ সম্পদ। ই অযাচিতে আহি সুখ-সপোনৰ ৰাগীৰে জীৱন মতলীয়া কৰে। কিন্তু সপোনৰ শেষত ৰৈ যায় মাথোন এমুঠি ৰিক্ত অনুভৱ। প্ৰেমৰ কবি হ'লেও তেওঁ কবিতাৰ মাজত প্ৰিয়াৰ ৰূপৰ মন চমকোৱা বিৱৰণ নাই, হিয়াহীনা প্ৰিয়াৰ উপেক্ষাৰ সোঁৱৰণিহে তেওঁৰ বাবে বেছি তীব্ৰ। দুখকে লিৰিকি-বিদাৰি তেওঁ বাস কৰে বেদনাৰ নিৰ্জন দ্বীপত। অতীতক তেওঁ কেতিয়াবা পাহৰি পেলোৱাৰ প্ৰয়াস কৰে, কেতিয়াবা সেই অতীতৰ লগতে পাৰ কৰে বহুবোৰ নিঃসঙ্গ সময়।

কবি দুৰ্গাৰ কবিতাৰ সকলো মনোৰম লক্ষণ একেলগে থুপখাই আছে 'শূন্য পৰিচয়' কবিতাটিত। প্ৰথম শাৰীতে বুজিব পাৰি বুকুৰ ক্ষত ঢাকি থৈ বাহিৰত আৱৰণ দিয়া তেওঁ বিষাদ-সিক্ত প্ৰাণৰ কথা—

মোৰ এই হিয়াখনি জেতুকা পাতৰ দৰে
সেউজীয়া বননিৰ বৰণেৰে ঢকা,
অন্তৰ জুলোৱা ছবি অতীতৰ স্মৃতি লৈ
বুকুৰ তেজেৰে আছে অন্তৰতে আঁকা।

তেওঁৰ সুকোমল হৃদয়ত বহুতবে সুৰে হয়তো প্ৰতিধ্বনি তুলিছিল। কিন্তু ভাগ্যহীন প্ৰাণত প্ৰাপ্য ৰ'ল মাথোন সুৰহীন বিফলতাৰ গান। এটি পলকৰ চেনেহক সঁচা যেন লাগিলেও, কবিৰ ভয়, হয়তো বা ইও এক অলীক সপোন হে। সপোনৰ শেষত এই মৰম জানো মৰম হৈয়ে থাকিব। এই পৃথিৱীত থাকিও, সকলোৰে লগত সমানে সংসাৰ যাত্ৰাত ভাগ ল'লেও, কবি কিন্তু মানসিক ভাৱে ইয়াত নাই। তেওঁ নিঃসঙ্গ এক বিষাদৰ পৃথিৱীত নিজৰ বেদনাৰ মাজত নিজকে বুৰাই থৈছে। তেওঁ যেন বিফলতাৰ মূৰ্তিমন্ত ৰূপ, জীৱনৰ আঁৰতহে তেওঁৰ বাস। তেওঁ কৈ উঠে—

অনাদৰ অৱহেলা সকলো গোটাই লৈ
ৰচোঁ মই জীৱনৰ কুসুম-কানন,
ই যে মোৰ কপালত বিধিৰ নিঠুৰ লেখা
এযে মোৰ জীৱনৰ কাঁইটীয়া বন।

তেওঁৰ বেদনা তেওঁৰ নিজা অনুভব। 'নেলাগে চেনেহ কাৰো নিবিচাৰো হুমুনিয়া' বুলি তেওঁ নিৰলে থাকিবৰ বাবে বাছি লৈছে পাহৰণি নৈৰ তীৰ। নদীৰ বুকুতে তেওঁ নিবেদন কৰিব সুখৰ-দুখৰ সকলো অনুভৱ। তেওঁৰ প্ৰাণৰ বীণৰ সুৰে নিৰ্জন নদী-তীৰ মুখৰ কৰিব, শ্ৰোতা মাথোন তেওঁ নিজে। কাৰণ চিৰকালেই তেওঁ নিঃসঙ্গ। সংসাৰৰ দুদিনীয়া হাটত ৰং-ধেমালি, আশা সপোনৰ বেহা কৰা মানুহৰ জীৱনদীপ কোন পলকত পছোৱাই নুমাই দিব তাৰ ঠিক নাই। কবিযেও নাজানে, কোন অজান দেশলৈ তেওঁক লৈ যাব নিয়তীয়ে। পৃথিৱী একেই থাকিব, জোন-বেলি একেদৰে ওলাব। গাছ-বনে প্ৰকৃতিৰ লয়লাস চলিব একেদৰে। মাথোন আঁতৰি যাব কবি তেওঁৰ বিফল জীৱনৰ বেদনা-বুকুত সামৰি। পৃথিৱীত তেওঁৰ পৰিচয় থাকিব মাথো পাহৰণি নৈখনিৰ মাজত। সেই পৰিচয় হ'ল শূন্য পৰিচয়। জীৱনত কেৱল বেদনা বুটলি লোৱা এজন মানুহৰ পৰিচয়।

এই বেদনা, ব্যৰ্থতা আৰু নিঃসঙ্গতাৰ সুৰ দুৱৰাৰ কথা-কবিতা কেইটিৰ মাজতো ফুটি উঠিছে।

দুৱৰাৰ অনুভূতিপ্ৰৱণ মনে তেওঁৰ হৃদয়ৰ লগত খাপখোৱা বিবিধ দৰ্শন নতুনকৈ সজাই-পৰাই দাঙি ধৰিছিল। 'মিলনৰ সুৰ'ত ( ১৯৫২ ) চুফীবাদৰ ধাৰণা প্ৰকাশ পাইছে। 'ওমৰ তীৰ্থ'তো তাৰ আভাস আছে। কিন্তু সকলো কবিতাৰ মাজতে যিজন কবি দুৱৰাক লগপোৱা যায়, তেওঁ সকলো

দৰ্শন আৰু সকলো বিচিত্ৰ অনুভৱ তেওঁৰ মনৰ বিষাদ-সপোনত প্ৰতিফলিত কৰিহে গ্ৰহণ কৰে। তেওঁৰ কবিতাত থকা নাও, নাৱৰীয়া আৰু নদীৰ প্ৰতীকে কবিজনাৰ নিঃসঙ্গতা আৰু অতীত স্মৃতিৰ যন্ত্ৰণাৰ কথা সঘনে মনত পেলায়।

দুৰৰাৰ প্ৰেম আৰু বেদনাৰ ৰসেৰে সিক্ত কবিতাসমূহৰ ভিতৰত এক ব্যতিক্ৰম হ'ল 'ওমৰতীৰ্থ'ৰ কবিতা কেইটি। ইয়াত বেদনাৰ হা-হুতাশ নাই, আছে জীৱনক পৰিপূৰ্ণভাবে উপভোগ কৰি ভোগৰ আনন্দত মতলীয়া হোৱাৰ বাসনা। এইখনি কাব্য ওমৰ খৈয়ামৰ ৰুবায়েতৰ ফিটজাবলেণ্ডে কৰা ইংৰাজী অনুবাদৰ ভাবানুবাদ। দুৰৰাৰ ভাষা ইমান শুৱলা আৰু ছন্দ ইমান নিমজ যে মূল কবিতাখিনি চিনাকি নহ'লেও এনে লাগে ওমৰৰ প্ৰাণৰ অনুভূতিৰ যেন আমাৰ বুকুতো প্ৰতিধ্বনি উঠিছে। বিষাদৰ কবি দুৰৰাৰ স্বাভাৱিক বৈশিষ্ট্যৰে তেওঁৰ নিজা আৱেগ-অনুভূতিৰ প্ৰকাশো ইয়াৰ মাজত দেখা যায়। ওমৰৰ চুফীবাদী দৰ্শন আৰু দুৰৰাৰ নিজা জীৱন-বীক্ষা, এই দুয়োটা ধাৰাৰে 'ওমৰ-তীৰ্থ'ৰ কবিতাসমূহ পৰিপুষ্ট।

চুফীবাদ হ'ল ৰহস্যবাদৰ অন্যতম ধাৰা। চুফীবাদে সকলো শক্তিৰ আঁৰত এক পৰম শক্তিৰ অস্তিত্ব অনুভৱ কৰে। ভগৱান আৰু ভক্তৰ সম্পৰ্ক ইয়াত প্ৰেমিকা আৰু প্ৰেমিকৰ দৰে। সাধকসকল যেন প্ৰেমিক পুৰুষ, আকুল হৈ তেওঁলোকে বিচাৰে প্ৰিয়তমাৰ সান্নিধ্য। তেওঁলোকৰ মিলন উন্মুখ মনে উপলব্ধি কৰে সকলো আৱৰণৰ আঁৰত ভগৱানৰ উপস্থিতি। সেই আৱৰণ দাঙি চাবলৈ, ভগৱানৰ লগত এক হৈ যাবলৈ তেওঁলোকৰ আকুলতাৰ অন্ত নাই। বিশ্ব-সংসাৰ ভগবানৰ হাতৰ ইংগিতত চলে, অথচ তেওঁক পোৱাটো সহজ নহয়। সেযেহে চুফীসাধকসকলে তেওঁক পাবলৈ সাধনা কৰে যি পদ্ধতিত, তাত প্ৰতীকি অৰ্থত প্ৰেম হ'ল ভগৱৎ ভক্তি, সুৰা হ'ল ভক্তিৰ উদ্দীপক গুণ।

ওমৰৰ মূল কবিতাত থকা চুফীবাদৰ গভীৰতা আৰু দাৰ্শনিক ৰহস্যময়তা দুৰৰাৰ কবিতাত বহু পৰিমাণে কমিছে। ইয়াত যি দৰ্শন আছে, সেয়া হ'ল নিয়তিৰ অমোঘবিধানৰ আগত অসহায় মানুহৰ ক্ষুদ্ৰতা। সংসাৰ-খন যেন এখন আলহীৰ ঘৰ। চামে চামে মানুহ আহে আৰু যায়। কোনোৱেই স্থায়ী নহয। সংসাৰত নিত্য বুলিবলৈ একোৱেই নাই। যিদৰে পুৱাৰ পোহৰত লাখে লাখে ফুল ফুলে, আনফালে অসংখ্য ফুল মৰহি যায়, সেইদৰে নতুন নতুন মানুহ আহে আৰু যায়। একালৰ ভুৱন-বিজয়ী বীৰ

অথবা বিলাসপ্ৰিয় ৰজা-মহাৰজা সকলো এই নীতিৰ অধীন। এই নীতি কোনে কেতিয়া সৃষ্টি কৰিলে সেই কথা ভাবি অন্ত পোৱা টান। গতিকে, ওমৰৰ মতে, হাতত পোৱা জীৱনৰ সময়খিনি বিন্দু বিন্দুকৈ উপভোগ কৰা উচিত।

এই পৃথিৱীৰ আলহী ঘৰত
 দিনৰাতি দুয়ো দুৱৰী যাৰ
সুখ-দুখ ভৰা অতীত ৰাগিনী
 বাজিছে কতনো বুকুত তাৰ।

অতীত যি দৰে বিস্মৃতিৰ কুঁৱলীৰে ঢকা, অনাগত দিনো সেইদৰে অন্ধকাৰেৰে আবৰা। গতিকে অন্তহীন চিন্তা কৰি কালাতিপাত কৰাতকৈ হাতত তুলিলোৱা উচিত আঙুৰৰ ৰসৰ মিঠা মদিৰাৰ পানপাত্ৰ। কবিয়ে সেয়েহে কৈছে—

ধৰা প্ৰিয়তম প্ৰাণৰ পিয়লা
 জীৱন মদিৰা ভৰাই দিয়া
অতীত ভৱিষ্য শোক-দুখ ভয়
 আজিৰ ভাবনা উটাই নিয়া।
আজিয়েই দিয়া কালিলৈ কিয়
 কোনে জানে মোৰ কালি কি হ'ব ?
হাজাৰ হাজাৰ বছৰ বিয়পা
 হয়তো অতীতে সামৰি থ'ব।

পলে পলে জীৱন টুটি আহে। সেই কথা নাভাবি পণ্ডিতসকলে জীৱনৰ আদি-অন্ত বিচাৰি সমাধানহীন তৰ্কত সময় পাৰ কৰে। কিন্তু ওমৰৰ মতে এই কথাহে সঁচা যে সৃষ্টিৰ বুকুত এবাৰ সৰিলে জীৱনৰ ফুল আৰু দুনাই নুফুলে। গতিকে 'লোৱা ততালিকে যি পোৱা হাতত, নোপোৱাখিনি থাকক বাকী'। তেওঁ দেখিছে সমুখত বন্ধ দুৱাৰ, যিখনৰ সঁচাৰ কাঠি বিচাৰি নাপাই তেওঁ অনুভৱ কৰিছে মানুহৰ ক্ষুদ্ৰতা আৰু নিয়তীৰ অমোঘ নিয়ম—

গৰ্জিলে সৰগে গহীন সুৰেৰে
নাই নাই ক'তো আলোক পথ
অন্ধ নিয়তিৰ অন্ধ বিশ্বাসত
চলে মানৱৰ জীৱন ৰথ।

যুগেযুগে ক'ৰ পৰা আহে নতুন নতুন মানুহৰ দল, পৃথিৱীৰ আলহী-ঘৰত দুদিন মান জিৰণি লৈ কোন অজ্ঞাত ঠাইলৈ আকৌ যাত্ৰা কৰে, সেই কথা মানুহে নাজানে। মহাজ্ঞানী আৰু পণ্ডিতসকলেও সেইবোৰ নিৰস তৰ্কত জীৱনৰ সোণালী সময় অবাবতে পাৰ কৰে। এজনৰ খালী ঠাই সদায় আনজনে পূৰণ কৰে, সৃষ্টিৰ এয়ে নিয়ম। সেয়েহে কবিৰ অনুভৱ—

জগতত হেৰা নঘটে প্ৰলয়
তুমি আৰু মই আঁতৰি গ'লে
কোন তুমি মই নহ'লেও আমি
সংসাৰৰ হাট সমানে চলে।

সৃষ্টিৰ বিশালতাৰ আগত মানুহ ইমানেই ক্ষুদ্ৰ! দাৰ্শনিক চিন্তাৰে ভৰা কবিৰ এনে ধাৰণাও হয়, কুমাৰে যিদৰে মাটিৰ পাত্ৰ গঢ়ি হাটত বিক্ৰি কৰে আৰু বিক্ৰিৰ পিছত কোনটো পাত্ৰ ভাঙিল কোনটো ভালে ৰ'ল সেইকথা তেওঁৰ বিচাৰ্য নহয়, মানুহো বিধাতাৰ বাবে তেনে এক ভংগুৰ সামগ্ৰী। সংসাৰ-হাটত মেলিদিয়াৰ পিছত নিয়তিৰ বিধানমতে মানুহৰ জীৱনে যেনি-তেনি গতি কৰে।

এই অস্থিৰ অনিত্য ভৰষাহীন জীৱনৰ প্ৰতিটো মুহূৰ্তই মূল্যবান। প্ৰতি নিমিষতে দিন কমি যায। গতিকে ভোগ-সাগৰত বুৰমাৰি তিলতিলকৈ উপভোগ কৰা উচিত জীবনক। গোলাপী ৰসৰ সুৰাৰ মাজত আছে সকলো চিন্তা আৰু সমস্যাৰ পৰা হাত সৰাব সহজ উপায়।

ওমৰৰ কবিতাত সুৰা আৰু আঙুৰলতাই মদিৰাৰ দৰেই আমেজৰ সৃষ্টি কৰে। জীৱনকালত শান্তি-দায়িনী যি আঙুৰৰ ৰস, মৰণৰ পিছত সেই আঙুৰৰ সেউজীয়া পাতে যেন ঢাকি থয় তেওঁৰ সমাধি, ওমৰৰ সেয়ে কামনা। কবি দুৰৱাৰ অনুভূতিৰে নিগৰি ওলোৱা ওমৰৰ এই ধ্যান-ধাৰণাই তাৰ লগতে মিলাই লৈছে ভাৰতীয় মনে সহজে অনুভৱ কৰিব পৰা উপমা। মদিৰাৰ মোহৰ বিষয়ে তেওঁৰ উক্তি—

মোহ পাশ ইটো ? কোনে কয় হেৰা !
ইযে চেনেহৰ আশীষ ধাৰা
ই যে ভোগৱতী ঢালিছে কৰুণা
পাতালপুৰীৰ বুকুৰ পৰা ।

বিষাদৰ কবি দুৱৰাই ওমৰৰ ভোগবাদী দৰ্শনৰ মাজত উপলব্ধি কৰিছে এক কৰুণসুৰ। মানুহ ইমান ক্ষুদ্ৰ যে নিজৰ ভৱিষ্যতৰ বিষয়েও তেওঁ একো নাজানে। এই ক্ষুদ্ৰতাই ওমৰক ওৰে জীৱন আমনি কৰিছিল। বিচৰা প্ৰশ্নৰ উত্তৰ কোনোপধ্যেই বিচাৰি নাপাই তেওঁ আশ্ৰয় লৈছিল সুৰাৰ মাজত। চুফীবাদীসকলে এই সুৰাক আধ্যাত্মিক প্ৰেমৰ উদ্দীপক বুলিব পাৰে, কাব্য-ৰসিকে বুলিব পাৰে প্ৰেয়সীৰ হাতৰ পানপাত্ৰত উপচি থকা জীৱন-ৰস। যিযেই নহওক, নিজৰ বিফলতা পাহৰিবৰ বাবে ওমৰে সুৰাৰ মাজত আত্মবিলোপন ঘটাইছিল। এই বিফলতাৰ বেদনা বৰ কৰুণ আৰু প্ৰতিজন সঁচা মানুহৰ অন্তৰতে এই বেদনাৰ প্ৰতিধ্বনি স্বাভাৱিক। কবি দুৱৰাই সেযেহে তেওঁৰ স্বাভাৱিক বেদনা-সিক্ত প্ৰাণেৰে ওমৰৰ বিফলতাৰ কাৰুণ্য ফুটাই তুলিছে। দুৰৱাৰ নিজৰ কথাত, "প্ৰাচ্য ভাবুক ওমৰৰ মাজেদি দৈববলত মহীয়ান শক্তিত বিশ্বাসটি সময়ে সময়ে ফুটি উঠিছে, সময়ে সময়ে জীৱনৰ অসাৰত্বৰ কথা ফুটি ওলাইছে—মনৰ বিশ্বাস-অবিশ্বাসৰ মাৰাত্মক খেলা ভাব ওমৰৰ মাজেদি প্ৰকাশ পাইছে, কিন্তু সকলোতকৈ শ্ৰেষ্ঠ পদাৰ্থ ওমৰৰ মাজেদি প্ৰকাশ পাইছে ওমৰৰ হৃদয়ৰ গভীৰতম প্ৰদেশৰ পৰা উঠা প্ৰাণস্পৰ্শী তীব্ৰ কৰুণ সুৰ।"

## কথা-কবিতা

কথা-কবিতা এনে এবিধ কলা য'ত কবিৰ মনৰ সুকুমাৰ অনুভূতিবোৰে এটি অভিনৱ বাটেৰে প্ৰকাশিত হ'বলৈ বিচাৰে। ইয়াত কবিতাৰ ঐন্দ্ৰজালিক পৰিৱেশ থাকে, কিন্তু ছন্দ বা ছন্দস্পন্দৰ দবে কবিতাৰ নিত্যকালৰ লগৰীবোৰ নাথাকে। অসমীয়া সাহিত্যত কথা-কবিতা দুৱৰাৰ আপুৰুগীয়া অৱদান। এইবিধ সাহিত্য অন্য দুই এজনে ৰচনা কৰিলেও কথা-কবিতা বুলিলেই মনত পৰে দুৱৰালৈ। দুৱৰাৰ কথা-কবিতা নিশ্চিতভাৱে তেওঁৰ ওপৰত পৰা টুৰ্গেনিভৰ প্ৰভাৱৰ ফল। কিন্তু আপোন মনৰ মাধুৰি মিলাই সেইবোৰক তেওঁ এনে এক ৰূপ দিছে যে ৰঙে-ৰসে সেইবোৰ হৈ পৰিছে

আমাৰ চিনাকি জগতৰ প্ৰাণ-চমকোৱা ছবি। টুৰ্গেনিভৰ ৰচনাৰ পৰা তেওঁ কেতিয়াবা পোনে পোনে অনুবাদ কৰিছে, কেতিয়াবা সামান্য আলম লৈ তাক বিস্তাৰিত কৰিছে আৰু সম্পূৰ্ণ নতুন ৰূপত সজাই তুলিছে। দুৰৰাৰ কথা-কবিতাৰ বিষয়ে ড° বাণীকান্ত কাকতিয়ে কৈছে, "'কথা-কবিতা' দুৰৰা ডাঙৰীয়াৰ প্ৰায় কুৰি বছৰ কাল ব্যাপি নানান সময়, আৰু নানান অৱস্থাৰ অনুভূতিৰ চিত্ৰৰ সমাবেশ। ই তেখেতৰ কোমল বুকু ভেদ কৰি ওলোৱা বাণিৰ নিজৰাৰ দৰে।" কথাষাৰ তাৎপৰ্যপূৰ্ণ। তেওঁৰ বুদ্ধিত পৰিছিল বাহিৰৰ প্ৰভাৱ, অথচ হৃদয়ত আছিল আপোন অনুভূতিৰ নিজৰা। তেওঁৰ বক্তব্য সাঁথৰৰ দৰে, প্ৰতীকৰ দৰে, ৰূপকৰ দৰে কুঁৱলীসনা ৰূপেৰে পৰিস্ফুটিত হৈছে। বিদেশী মূলৰ কথা-কবিতাত তেওঁ এনেদৰে প্ৰাণৰ উম ঢালিছে যে ৰচনাৰ মোহিনী গুণৰ আঁৰত একোৱেই অচিনাকি হৈ থকা নাই। তেওঁৰ কথা-কবিতাকেইটিৰ মাই বৈশিষ্ট্যসমূহ হ'ল এনে ঃ

(১) বিদেশী মূলৰ পৰা উদ্ভূত। মাইকৈ টুৰ্গেনিভৰ কথা-কবিতাৰ দ্বাৰা প্ৰভাৱিত।

(২) বেছিভাগ কবিতাই অনুবাদ বা ভাবানুবাদ

(৩) ৰচনা-চাতুৰ্যৰ বাবে অনুবাদ বুলি চিনা নাযায়

(৪) ভাষা কোমল আৰু ৰূপকধৰ্মী

(৫) ব্যক্তিগত বেদনা, মানুহৰ হৃদয়হীনতা, নিয়তিৰ অমোঘ শক্তিৰ ঘোষণা, মানৱ হৃদয়ৰ নিঃসংগতা আদি মাই সুৰ।

দুৰৰাৰ কথা-কবিতাবোৰ যেন সুদূৰৰ বাৰ্তাবাহক। এইবোৰে চিনাকি জগতৰ কথাকে নতুন সুৰেৰে প্ৰকাশ কৰে। এই ৰূপকধৰ্মী প্ৰকাশত সকলো দৈনন্দিন জীৱনৰ কথাও নতুনকৈ জিলিকি উঠে। তাৰ অন্যতম উদাহৰণ তেওঁৰ মনোৰম ৰচনা 'কেতেকী' কথা কবিতাটি ইযাৰ মাজত মানুহৰ স্বাৰ্থপৰতা, বিশ্বাসঘাটকতা আৰু হৃদয় হীনতাৰ যি ছবি ফুটি উঠিছে, সি প্ৰতিজন সচেতন পাঠককে ভাবিবলৈ বাধ্য কৰে। কাঁইটত বুকু ফুটাই কেতেকী ফুলোৱা চৰাইজনীৰ বুকুৰ তেজেৰে যি ফুল ফুলে, সেই ফুল বিশ্বাস আৰু ভালপোৱাৰ প্ৰতীক। 'মোৰ শেষ পাঠ' নামৰ ৰচনাটিত এজন শিক্ষকৰ নিজৰ মাতৃভাষাৰ বিদায়ৰ আগমুহূৰ্তত হোৱা মনোভাৱ ইয়াত যেন সংযত চকুপানীৰে লিখি উলিওৱা হৈছে। ৰচনাটি দেখাতেই বিদেশী প্ৰভাৱযুক্ত। কিন্তু ই অসমীয়া পাঠকক সহজেই মনত পেলায় অসমৰ

পাঠশালাৰ পৰা অসমীয়া ভাষা বিতাড়নৰ কৰুণ স্মৃতিলৈ। ফলত সহজেই ই হৃদয় জয় কৰিব পাৰে। দুৰ্ৰবাৰ কথা-কৱিতাক প্ৰকৃতি অনুসাৰে কাহিনীমূলক, ৰূপকাত্মক, তত্ত্বধৰ্মী, নীতিমূলক আদি ভাগত ভগাব পাৰি। 'সোণবৰণীয়া দেশ', 'কেতেকী', 'মৰমফুলনি' আদি কবিতাত একোটিকৈ কাহিনী আছে। 'পখিলা', 'বাটৰুৱা' 'দেৱী' আদি কবিতাত একোটি মধুৰ ৰহস্য আছে। ৰূপকধৰ্মী ৰচনা বুলিব পাৰি 'শিল্পী', 'পোহৰ' আদি ৰচনাক। জীৱন আৰু প্ৰেম-বিৰহ সম্পৰ্কীয় কিছুমান ৰচনাত একোটি তত্ত্বচিন্তা দেখা যায়। নীতিমূলক কবিতা বুলিব পাৰি 'এজনী বুঢ়ী, 'মগনিয়াৰ', 'এটা মূৰ্খ মানুহ', 'এটি টিপচি চৰাই' আদি ৰচনাক।

দুৰ্ৰবাৰ কবিতাৰ সামগ্ৰিক লক্ষণতকৈ তেওঁৰ কথা-কৱিতাৰ লক্ষণ বেলেগ নহয়। বিষাদ হ'ল এইবোৰৰো মূল ভাৱ। 'এটি বেদনা, এটি আকুতিৰ কৰুণ কোমল পৰশ' তেওঁৰ সকলো ৰচনাৰ এবাৰ নোৱৰা সংগী। কথা-কবিতাবোৰৰ মাজেদি ব্যক্তিগত অনুভূতিৰ দাপোণত প্ৰতিফলিত হৈ উঠিছে সাৰ্বজনীন ভাৱে অসীম আৰু বিশালৰ বাৰ্তাবাহক হৈ। সংসাৰৰ অসীম ৰহস্য আৰু অন্তহীন সৌন্দৰ্যৰ মাজত নিৰ্যাতিৰ দৰে খেলা কৰা মৃত্যুৱে তেওঁৰ ৰচনাৰ কিছু অংশ আগুৰি আছে। তেওঁৰ কোমল হিয়াত থকা প্ৰেম আৰু সৌন্দৰ্য-তৃষ্ণাৰ ইংগিত পোৱা যায় 'দেৱী' নামৰ ৰচনাটিত। তেওঁৰ নিসংগ মনৰ ছবি এখন কিবা এটি সুৰুঙাৰে ইয়াত ফুটি উঠিছে এনেকৈ, "মই অকলশৰীয়া, মোৰ কোনো লগৰীয়া নাই। মই নিজে নিজৰ কামত ব্যস্ত থাকোঁ, অইনৰ ফালে চাবলৈ মোৰ সময় নাই। মই অকলে ফুৰোঁ, হাহোঁ আৰু কান্দো, আৰু অকলে আপোন মনেৰে মই নিজেই নিজৰ লগত কথা পাতো।" নিঃসংগতা অসহায়তা, বেদনা আদি ভাৱ প্ৰকাশ পালেও এটি সুন্দৰ আশাবাদ কথা-কবিতাকেইটিৰ মাজেদি ফুটি উঠিছে। ড° কাকতিৰ ভাষাতে ক'ব পাৰি, 'কল্পনাৰ উদ্ভাসনা, ৰচনাৰ সৌষ্ঠৱ, ভাষাৰ মৃদু ব্যঞ্জনা, আৰু ৰূপৰ বিচিত্ৰ সমাৱেশত সোণৰ কাঠামেৰে বন্ধোৱা, নিপুণ চিত্ৰকৰৰ জীৱন্ত ছবিৰ দৰে অসমীয়া সাহিত্যত চিৰকালে জিলিকি থাকিব।'

## সূৰ্যকুমাৰ ভূঞা

সূৰ্যকুমাৰ ভূঞা (১৮৯৪—১৯৬৪) কবিৰূপে খ্যাতিমান নহয় যদিও দুটি-এটি ভাল কবিতাৰ বাবেই অসমীয়া সাহিত্যত তেওঁৰ নাম পাহৰিব

নোৱাৰি। ঘাইকৈ বুৰঞ্জীমূলক প্ৰবন্ধৰ সুলেখক ভূঞাই বৈষ্ণৱ কবিতাৰ আৰ্হিত 'জয়মতী উপাখ্যান' (১৯২৩) ভানুনন্দন ছদ্মনামেৰে ৰচনা কৰিছিল। 'নিৰ্মালি'ৰ (১৯১৮) মাজেদি তেওঁৰ মাজত থকা কবি-প্ৰাণে প্ৰকাশৰ বাট বিচাৰিছে। তেওঁৰ "ৰচনা-কৌশলে অধ্যয়ন কক্ষৰ শান্তি আৰু সৌষ্ঠৱৰ কথা কয়," বুলি হেম বৰুৱাই মত প্ৰকাশ কৰিছে। তেওঁৰ কবিতাৰ ভিতৰত সৌন্দৰ্য্য, 'আপোন সুৰ', 'উতলা', 'টিপান ডেকা', 'অসম গৌৰৱ' আদি কবিতাৰ নাম ল'ব পাৰি। কিছুমান কবিতাত তেওঁৰ অতি কোমল সুকুমাৰ মনোভাৱ এটি ফুটি উঠে। যেনে, অভিসাৰলৈ আগবঢ়া ৰূপহীৰ বৰ্ণনাত তেওঁ কৈছে—

মুখত হৃদয় উপচি পৰিছে
চঞ্চল মন চকুত নাচিছে
দেহ-মন জুৰি উথলি উঠিছে
ললিত ৰূপ-তৰঙ্গ।

বিশ্বসংসাৰৰ অনন্ত ৰহস্যই কেতিয়াবা তেওঁৰ প্ৰাণ ভাবুক কৰি তোলে। চৰাচৰত তেওঁ ব্যাপ্ত হৈ থকা অনুভৱ কৰে অদৃশ্য শক্তিৰ ৰুদ্ৰ-বীণাৰ সুৰ। সেই সুৰত প্ৰলয় জাগে, আকৌ আৰম্ভ হয় নতুন সৃষ্টি। সেই বিশ্বতানত মানৱৰো হিয়াৰ তন্ত্ৰী উগুল-থুগুল হয়। কবিয়েও তেওঁৰ প্ৰাণৰ মাজত মাজে মাজে এক অস্থিৰতা অনুভৱ কৰে—

মোৰ লক্ষ্য থিৰতা নাই
মোৰ চাৱনি পিছলি যায়
মোৰ চিন্তা-তটিনী বাগৰি বাগৰি পায়হি নেদেখা ঠাই।

তেওঁৰ জীৱন-দৰ্শন নিৰাশবাদী নাছিল। এক আশাবাদ আৰু এক আনন্দৰ ভাব, তাৰ লগে লগে প্ৰকৃতিৰ ৰূপ-ছবিৰ প্ৰতি এক তন্ময়তাৰ ভাবো তেওঁৰ কবিতাত দেখা যায়। দাৰ্শনিক চিন্তাধাৰাৰ প্ৰকাশ ঘটোৱা 'উতলা' নামৰ কবিতাটোত তেওঁৰ চিন্তাৰ গভীৰতাৰ উমান পোৱা যায়। তেওঁ কৈছে—

আজি আকাশত পাতি কাণ
আজি শুনিছো নুশুনা গান
মোৰ জীৱন-সিন্ধু সিপাৰৰ পৰা ভাহিছে পুণ্য তান

## দণ্ডিনাথ কলিতা

দণ্ডিনাথ কলিতা ( ১৮৯০-১৯৫০ ) আছিল এজন অক্লান্ত সাহিত্য-সেৱক। কবিতা আছিল তেওঁৰ বিবিধ প্ৰকাৰেৰ সাহিত্য-ৰচনাৰ এটি শাখা। ৰহঘৰা ( ১৯১৬ ), 'ৰগৰ' ( ১৯২২ ), বহুৰূপী ( ১৯২৬ ), এই তিনিখন কবিতাৰ মাজত তেওঁৰ যি কবিপ্ৰকৃতি ফুটি উঠিছে, সি ঘাইকৈ হাস্যৰসাত্মক, এই হাস্যৰস ব্যংগ গুণেৰে ভৰা। তেওঁৰ দৰে কৌতুকপূৰ্ণ আৰু ব্যংগ কবিতা অসমীয়া সাহিত্যত আনে লিখিব পৰা নাই। বেজবৰুৱাৰ লঘু কবিতাতকৈ কলিতাৰ লঘু কবিতাৰ পাৰ্থক্য আছে। কাৰণ বেজবৰুৱাই কেৱল হহুঁৱায়, কলিতাই কিন্তু ভাবিবলৈও বাধ্য কৰে। তেওঁৰ ৰাজনৈতিক ছেটায়াৰক অসমীয়া সাহিত্যৰ বিৰল সম্পদ বুলি সমালোচক সকলে মত প্ৰকাশ কৰিছে। 'ৰিফৰ্ম সুন্দৰী' কবিতাটিত এনে ধৰণৰ ছেটায়াৰ" ফুটি উঠা দেখা যায়। তেওঁৰ ক্ষুৰধাৰ ব্যংগৰ অন্য এটি উদাহৰণ হ'ল 'মৌধি তীৰ্থলৈ যায়' নামৰ কবিতাটো। অসমীয়া মানুহৰ তথাকথিত উচ্চবৰ্ণৰ এচামৰ শুচি বায়ুগ্ৰস্ততা আৰু তাৰ দ্বাৰা আহিব পৰা সামাজিক বিভেদৰ কথা তেওঁ তীব্ৰ ব্যংগৰে বৰ্ণনা কৰিছে,—

> তিনিদিন জাহাজ তাতে ৰ'ল, মৌধি উঠিব নোৱাৰা হ'ল,
> বঙালে কঙালে আছে ভৰি মৌধিয়ে কেনেকৈ খায় ?
> কলপ কলপকৈ শুধ শৰীৰে মৌধি তীৰ্থলৈ যায়।

"কলিতাৰ অসম-সন্ধ্যা ( ১৯৪৯ ) বুৰঞ্জীমূলক কাব্যৰ ফালে হিতেশ্বৰ বৰবৰুৱাতকৈ এটি মধুৰতৰ প্ৰয়াস। কলিতাই বুৰঞ্জীৰ আঁত ৰাখিবলৈ যাওঁতে কাব্যৰ পঞ্চসন্ধিৰ লয়লৈ কাব্যখনি তুলিব নোৱাৰিলে যদিও আৰু বুৰঞ্জীৰ যুগৰ বৰ্ণ বৈশিষ্ট্য স্পষ্ট নহ'ল যদিও কাব্যখনিত কেইবাটিও মনোৰম গুণ আছে—ইয়াৰ মনোৰম অমিত্ৰছন্দ, ভাষাত কাব্যসুলভ গাম্ভীৰ্য, দৃশ্যবৰ্ণনাত ঘটনাৰ প্ৰকৃত পটভূমি স্বৰূপ সাৰ্থকতা আৰু প্ৰতি সৰ্গৰে স্বতঃসম্পূৰ্ণতা।" ড° নেওগৰ এই মতামতৰ আধাৰত বিচাৰ কৰিলে দেখা যায় যে কাব্যখনিত সুখ পাঠ্যতাৰ লক্ষণেই বেছি।

দণ্ডিনাথ কলিতাৰ বহুধা-বিভক্ত প্ৰতিভাৰ মাজত এইখনি কাব্যত 'এটি গুৰু-গম্ভীৰ প্ৰকৃতি লক্ষ্য কৰা যায়। কোমলতা আৰু সুকুমাৰতা তথা কবিতাসমূহত থকা "ব্যংগ গুণৰ আকৰ্ষণ কম হ'লেও এইখনি কাব্যত অন্য কিছুমান ভালগুণেৰ সমাৱেশ ঘটিছে।

'অসম-সন্ধ্যা'ৰ মাজত বুৰঞ্জীৰ এটি জীয়া পৰিৱেশ পোৱা যায়। ৰজনীকান্ত বৰদলৈৰ উপন্যাস, বেজবৰুৱাৰ নাটক আৰু হিতেশ্বৰ বৰবৰুৱাৰ কাব্যত থকাৰ দৰে ইয়াত বুৰঞ্জীৰ পটভূমিত জিলিকি উঠিছে সাহিত্যৰ সোৱাদ। কিন্তু বুৰঞ্জীৰ গাত আউজি উপন্যাস বা নাটক ৰচনা কৰাতকৈ কাব্য ৰচনা কৰাটো নিঃসন্দেহে টান কাম। এই টান কামটো কৰিবলৈ যাওঁতে কবি কলিতাই কাব্য-ৰচনাৰ কিছুমান নীতি শিথিল কৰি ল'বলগীয়া হৈছে। অসমত আহোম ৰাজত্বৰ বেলিমাৰৰ কাহিনীটো ইযাত তেওঁ এফালৰ পৰা কৈ গৈছে। মাজে মাজে এই কাব্যখন যে পদ্য বুৰঞ্জীলৈ ৰূপান্তৰীত হোৱা নাই এনেও নহয়। কিন্তু ঠিক সময়তে এচমকা কাব্যিক ৰহণে কাব্যখনিক পুনৰ নিজ পথলৈ ঘূৰাই আনিছে। এইখিনিতেই কলিতাৰ কবি প্ৰতিভাৰ সাৰ্থকতা।

আহোম স্বৰ্গদেউসকলৰ ৰাজত্বৰ এটা সময়ত অসমৰ আকাশ-বতাহ গৃহকন্দলৰ প্ৰকোপত বিষাক্ত হৈ উঠিছিল। দুৰ্বল ৰজা, শক্তিশালী আৰু ক্ষমতালোভী বিষয়া, স্বাৰ্থপৰ নীচ এচাম লোভী ব্যক্তি আৰু স্নেহান্ধ তথা চতুৰা ৰাজমাতা—এইসকলৰ হস্তক্ষেপত অস্থিৰ হৈ পৰিছিল প্ৰৱহমান সময়। ৰজা চন্দ্ৰকান্তৰ বন্ধুপ্ৰেম, অজ্ঞতা আৰু অদূৰদৰ্শিতাৰ সুযোগ লৈ অসৎ স্বভাৱৰ সংৰামে নিজৰ ক্ষমতাৰ জাল বিস্তাৰ কৰিছিল। সেই কথাই অসন্তুষ্ট কৰিছিল বিচক্ষণ প্ৰধান মন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁইক। ৰজাৰ ভিতৰ চ'ৰাত সংৰামকে প্ৰমুখ্য কৰি এজাক আমোদৰ লগৰীযাই সহিব পৰা নাছিল বুঢ়াগোহাঁইৰ প্ৰতিপত্তি। তেওঁলোকে ষড়যন্ত্ৰ কৰিছিল নৃত্য-গীতৰ এটি অনুষ্ঠানতে বুঢ়াগোহাঁইক হত্যা কৰা হ'ব। পিছে যথা সময়ত সেই ষড়যন্ত্ৰ ধৰা পৰিল। ডাঙৰীয়াসকলৰ উমৈহতীয়া বিচাৰত প্ৰতিজনকে বিবিধ শাস্তি দিয়া হ'ল। স্বৰ্গদেৱৰ অনুৰোধত সংৰামক প্ৰাণে নামাৰি নিৰ্বাসন দিয়া হ'ল নামৰূপত।

ইয়াৰ পিছত বিচক্ষণ মন্ত্ৰী পূৰ্ণানন্দই চকু দিলে নামনিৰ শাসক বদন বৰফুকনলৈ। এওঁ আছিল সংৰামৰ ষড়যন্ত্ৰৰ লগৰীয়া, স্বাৰ্থান্ধ আৰু ক্ষমতালোভী। আৰু নিজ কন্যা পিজোৰ পৰা পূৰ্ণানন্দৰ বোৱাৰী, গোপনে বাতৰি পাই তেওঁ দেশ এৰি পলাই গ'ল। প্ৰথম কলিকতালৈ গৈ ইংৰাজৰ সহায় বিচাৰিলে। কিন্তু আন ৰাজ্যৰ ভিতৰুৱা কথা হস্তক্ষেপ নকৰাৰ নীতিৰে ইংৰাজ নিমাতে ৰ'ল। এইবাৰ বদন পালেগৈ মান দেশ।

ব্ৰহ্মৰাজ বডোয়াফাৰ প্ৰধান মহিষী ৰাঙ্গলী অসমৰ গাভৰু। এওঁৰে সহায়ত ৰজাক মাণ্তি কৰি বদনে এটি সৈন্যদল লাভ কৰি অসমলৈ ঘূৰি আহিল। মান সেনাৰ আগমনত অসম আলোড়িত হ'ল। ইমানদিন বদনকে বিচাৰি ফুৰা পূৰ্ণানন্দই যুদ্ধৰ তুমুল আয়োজন কৰিলে। কিন্তু পৰিশ্ৰম আৰু স্নায়বিক উত্তেজনা তথা বয়সৰ হেঁচাত সকলোকে নিঠৰুৱা কৰি তেওঁৰ মৃত্যু হ'ল। এইবাৰ বুঢ়াগোহাঁই হ'ল তেওঁৰ জ্যেষ্ঠ পুত্ৰ ৰুচিনাথ। ইয়াৰ পিছত ঘটনাই অন্যফালে ঢাল ল'লে। মান সৈন্যৰ সহায়ত ৰংপুৰ দখল কৰি বদন বৰফুকন প্ৰবল প্ৰতাপী হৈ উঠিল। পূৰ্ণানন্দৰ বংশক নাশ কৰাত তেওঁ উঠিপৰি লাগিল। ৰুচিনাথ পুৰাহাটীলৈ পলাই গ'ল আৰু তাতে শক্তিশালী সৈন্যবাহিনী গঠন কৰি পুৰন্দৰ সিংহ নামৰ উপযুক্ত ৰাজকোঁৱৰ এটিক ৰজা মনোনীত কৰি যুদ্ধ যাত্ৰা আৰম্ভ কৰিলে উজনিলৈ। ইতিমধ্যে ৰাজমাৱে ছল কৰি বদনক হত্যা কৰাইছিল। তথাপিও এই যুদ্ধৰ আযোজন দেখি ভীত হোৱা ৰজাই এইবাৰ আৰু অধিক অপমানৰ গ্লানি সহিব লগাত পৰিল। তেওঁৰ অংগক্ষত কৰি তৰাতলীৰ বনভূমিলৈ খেদি পঠোৱা হ'ল। পিছে ৰজাৰ এই অপমানৰ বাতৰি আৰু বদনৰ হত্যাৰ কথাই ব্ৰহ্মদেশৰ ৰাজকাৰেঙত কঁপনি তুলিলে। অসম জীয়ৰী ৰাজমহিষীৰ বিননি আৰু অনুৰোধ সহিব নোৱাৰি ৰজাই এটা বাহিনী পঠিয়ালে চন্দ্ৰকান্তক পাটত বহুৱাবৰ বাবে আৰু বদনৰ শত্ৰুক নাশ কৰিবৰ বাবে। এইবাৰ যেন এই সৈন্যবাহিনীত পুঞ্জীভূত অত্যাচাৰ আৰু লালসাইহে মূৰ্ত্তৰূপ ধৰি আহিছিল। ৰজা চন্দ্ৰকান্তক বিচাৰি আনি সিংহাসনত থাপি ৰুচিনাথৰ বাহিনীক পৰাস্ত কৰি মান সৈন্য উভতি গ'ল। কিন্তু লগত লৈ গ'ল অসমৰ মনোলোভা সম্পদৰ স্মৃতি। ফলত ৰজা হৈ চন্দ্ৰকান্ত সিংহই দুদিনমান শান্তিৰে থকাৰ পিছতেই পুনৰ আহিল জাকে জাকে মান সৈন্য। ঘৰ-বাৰী জ্বলি পুৰি মানুহক সীমাহীন অত্যাচাৰ কৰি, পাশৱিকতাৰ লীলা পাতি তেওঁলোকে নতুন পুতলা ৰজা পাতিলে যোগেশ্বৰ কোঁৱৰক। আহত সাপৰ দৰে মূৰ তুলি উঠা চন্দ্ৰকান্ত সিংহই যুদ্ধ দিলে, কিন্তু বলে নোৱাৰিলে মান সেনাৰ বিশাল সংখ্যাক। শেষত আত্মগ্লানিত ম্ৰিয়মান ৰজাই নিজেই ধৰা দিলে। নিজ কাৰেঙত বন্দী হৈ তেওঁ নিৰৱে চাই ৰলে অসমৰ আকাশলৈ নামি অহা সন্ধ্যা।

এইখিনি বিষয়বস্তুৰে ৰচনা কৰা 'অসম সন্ধ্যা' কাব্যখনিৰ প্ৰথমটো

আকৰ্ষণ হ'ল বিষয়ৰ গাম্ভীৰ্য। ই এনে জটিল ৰাজনৈতিক ষড়যন্ত্ৰ, ব্যক্তিগত আক্ৰোশ আৰু প্ৰতিশোধ পৰায়ণতাৰ ছবি যে ইয়াৰ দৰ্শনত বুকু কঁপি উঠে, আত্মা শিঙৰি উঠে। এইবাবেই ই পাঠকৰ মন বেছিকৈ আলোড়িত কৰে যে এইবোৰ হলে সঁচা কাহিনী, কাল্পনিক নহয়। কাব্যখনিৰ দ্বিতীয় আকৰ্ষণ হ'ল ইয়াৰ নিমজ অমিত্ৰ ছন্দ। এই ছন্দ ৰীতিত বুৰঞ্জীৰ কঠুৱা কথাও সৰলতাৰে কোমল হৈ উঠিছে। মাজে মাজে নৈসৰ্গিক বৰ্ণনাৰ দুই এটুকুৰা ছবিয়ে সেই ছন্দৰীতিৰ প্ৰকৃত সৌন্দৰ্য জিলিকাই তুলিছে। এটি উদাহৰণ—

বিদায়ৰ হাঁহিটিৰ হেঙ্গুলী বোলেৰে
দিনৰ মলিন মুখ বোলালে তপনে,
হাম্বাৰৱে ঘৰল'ই উলটিল ধেনু,
বাহত আশ্ৰয় ললে বিহগৰ দল।
দিনৰ আলোকমালা পমি উৰি গ'ল,
লগে লগে নিশাৰাণী নামিল অৱনী,
কৰি ললে অধিকাৰ পুণ্য ৰাজপাট।

এনে কোমলতাৰ বিপৰীতে কিছুমান ক্ৰোধ আৰু ঘৃণাৰ জ্বলন্ত মুহূৰ্তও একে ছন্দৰীতিৰ মাজতে সজীৱ হৈ উঠিছে। বদনৰ ৰণসজ্জাৰ বাতৰি পাই ক্ৰোধত উন্মাদ হৈ পৰা পূৰ্ণানন্দই কৈছে—

'যাম ৰণল'ই
নিজে আহি, নৰাধম কুলৰ কলংক
বদনক হত্যা কৰি আপোন হাতেৰে,
বুকুৰ ছিৰি উলিয়াই হৃৎপিণ্ড তাৰ,
খণ্ড খণ্ড কৰি মাংস ল'ম প্ৰতিশোধ।'

এইখিনিতে উল্লেখযোগ্য, এইখনি কাব্যত ৰস-বৈচিত্ৰ্য নাই। ৰৌদ্ৰ আৰু কৰুণ ৰসেই ইয়াৰ বেছি অংশত বিয়পি আছে। ইয়াৰ গুৰুগম্ভীৰ ঘটনা প্ৰৱাহৰ মাজত হাস্য আৰু শৃংগাৰ ৰসৰ বাবে অৱকাশেই নাই। মাথোন খং, ঘৃণা, হত্যা, প্ৰতিশোধ আৰু আতংকৰ ছবিয়ে ইয়াত এটি হতাশাৰ ভাব প্ৰকট কৰি তুলিছে, এক ক্ষোভ আৰু বেজাৰৰ ভাবে ইয়াৰ কাহিনী ভাগ আগুৰি আছে। অসমৰ গৌৰৱময় ৰাজসিংহাসনত পৰা পতনৰ অশুভ ছায়া ইয়াত দৃশ্যমান হৈ আছে।

সংযত আৰু গম্ভীৰ বিৱৰণৰ মাজত ইয়াত কেইটিমান চৰিত্ৰ জীৱন্ত হৈ উঠিছে। পূৰ্ণানন্দ, বদন, চন্দ্ৰকান্তসিংহ আৰু ৰূপহী বঙ্গিলীৰ মাজত চৰিত্ৰসমূহৰ নিজা বৈশিষ্ট্য ফুটি উঠিছে, কঠোৰ চৰিত্ৰৰ ব্যক্তি পূৰ্ণানন্দ। তেওঁৰ আছে দেশৰ প্ৰতি শ্ৰদ্ধা আৰু স্নেহ, ৰাজসিংহাসনৰ প্ৰতি আছে আনুগত্য। সিংহাসনৰ মৰ্যাদা ৰক্ষাৰ বাবে কোনো দোষীকেই ক্ষমা কৰিবলৈ তেওঁ সাজু নহয়। তেওঁৰ কথা—

শ্ৰেষ্ঠ মোৰ জন্মভূমি ভূপতিতকৈ।
প্ৰয়োজন হ'লে পাৰো সলাব ভূপতি,
নোৱাৰো এৰিব কিন্তু জনমভূমিক
ৰাজনীতি-জ্ঞানহীন ৰজাৰ হাতত।

তেওঁ আছিল—

সুচতুৰ, কৰ্ম্মযোগী, নীতিত কুশল,
মহা পৰাক্ৰমী, ধীৰ, সমৰ-নিপুণ
শাসনত অদ্বিতীয় অসম সন্তান।

অথচ চন্দ্ৰত কলংক থকাৰ দৰেই এওঁৰো আছিল এটি দোষ—সকলোৰে প্ৰতি অবিশ্বাস। ৰজা-প্ৰজা, নিজ আত্মীয়-স্বজন সকলোৰে পিছত চৰ লগায়ো তেওঁ নিশ্চিন্তবোধ কৰিব নোৱাৰিছিল। ৰাজ্যৰ কুশল চিন্তা আছিল তেওঁৰ প্ৰাণ। চিন্তা, উদ্বিগ্নতা, ক্ৰোধ আদি নানা প্ৰবৃত্তিৰ প্ৰকাশেৰে তেওঁৰ এটি স্পষ্ট ৰেখাংকন এই কাব্যত পোৱা যায়।

পূৰ্ণানন্দৰ বিপৰীত দিশত আছে বদন বৰফুকনৰ ছবি। সোণৰ অসমত জুই জ্বলোৱাৰ দোষত অসমবাসীয়ে সদায় বদনকে দোষী কৰি আহিছে। এই কাব্যতো জিলিকি উঠিছে এজন স্বেচ্ছাচাৰী শাসকৰূপে বদন বৰফুকন, তেওঁ—

চলায় শাসন যেন নিজে নৰপতি।
নীতিৰ বিচাৰ নাই, নাই দয়া, মায়া,
মূৰ্ত্তিমান-কামৰূপে ডাকে গ্ৰাহি গ্ৰাহি।

তেওঁৰ অত্যাচাৰী পুত্ৰ জন্মি আৰু পিয়লীৰ দৌৰাত্ম্যত জনসাধাৰণ অতিষ্ঠ। অথচ বিচাৰক বৰফুকনে পুত্ৰৰ গাত কোনো দোষেই নেদেখে। নিজা স্বাৰ্থ সিদ্ধিৰ বাবে সকলো কষ্ট সহিব পৰা বদনৰ মনোবলো প্ৰচুৰ। তেওঁ পৰিশ্ৰমী

আৰু কষ্টসহিষ্ণু। সাপৰ দৰে প্ৰতিশোধ পৰায়ণ বদন সময়ত নিষ্ঠুৰ আৰু ক্ষেত্ৰ বিশেষে প্ৰেমময়ীয়াল। তেওঁৰ স্নেহৰ এটি বিন্দু প্ৰকাশ পাইছে ৰূপহী আৰু ৰঙ্গিলীৰ প্ৰতি তেওঁৰ ব্যৱহাৰত। তাৰ বাহিৰে কাব্যখনৰ বাকী অংশত এজন ক্ষমতালোভী, স্বাৰ্থান্ধ আৰু অদূৰদৰ্শী ব্যক্তি ৰূপেৰেহে তেওঁৰ চৰিত্ৰ ফুটি উঠিছে।

এটি সহানুভূতি লাভ কৰিব পৰা চৰিত্ৰ হ'ল চন্দ্ৰকান্ত সিংহ। তেওঁৰ দুৰ্বল মনত সংৰামৰ অসৎ উপদেশে সহজেই গোখা মেলে। ভাল উপদেশ তাত নোসোমায। মাকৰ চেনেহৰ আৰু সংৰামৰ দুষ্ট সান্নিধ্যই চন্দ্ৰকান্তক মনৰ দিশৰ পৰা কোনোদিনেই সাবালক হ'বলৈ নিদিলে। বিশ্বাসী কোন আৰু বিশ্বাসঘাতক কোন সেই কথা বুজিব নোৱাৰি চন্দ্ৰকান্তই চিৰকাল সংশয়ত কাল কটাইছে। তেওঁকে ঢালৰূপে লৈ দুই প্ৰতিদ্বন্দী পূৰ্ণানন্দ-বদনে যি অসিযুদ্ধ পাতিলে, তাৰ ফলত ৰক্তাক্ত হৈ পৰিল অসমৰ ৰাজনীতি। নিৰুপায় সংগীহীন স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ জীৱনত পৰিল কলংক, অপমান আৰু বেদনাৰ ছায়া, তেওঁৰ নিৰ্বাসনৰ ছবিয়ে মনলৈ বেজাৰ নমায। মানৰ বিপক্ষে মূৰ তুলি থিয় দিয়াৰ যত্নত প্ৰথমবাৰলৈ ফুটি উঠে তেওঁৰ পৌৰুষ। এইটি চৰিত্ৰ ৰবদলৈৰ 'ৰহদৈলিগিৰী'ত থকা চন্দ্ৰকান্তৰ দৰেই দোষে-গুণে সানমিহলি যদিও সহানুভূতিৰ পাত্ৰ।

সাধাৰণতে কাব্যসমূহত নাযিকাৰ মনোমোহা ছবি সদাযে অংকন কৰা হয। কিন্তু 'অসম-সন্ধ্যা'ত কোনো নাযিকা নাই। ইয়াত আছে সংৰামৰ পত্নী ৰূপহী বদনৰ জীযৰী পিজৌ গাভৰু আৰু ব্ৰহ্মদেশৰ ৰাণী ৰঙ্গিলীৰ চৰিত্ৰ। তাতোকৈও জিলিকি আছে নুমলী বাজমাওৰ ছবি। ৰূপহীক হযতো কবিয়ে যেনে গুৰুত্বৰে অংকন কৰিব বুলি ভাবিছিল সেই ধৰণে কৰা নহ'ল। প্ৰথমৰ ফালে বিজুলীৰ দৰে চমকনি তোলা ৰূপহী পিছৰ ফালে ম্লান হৈ পৰিল। তথাপি তাৰ মাজতে চৰিত্ৰটি বিশেষ সুষমাৰে জিলিকি নুঠাকৈও থকা নাই। ৰূপহী সংৰামৰ যোগ্য সহচৰী। স্বামীৰ নীচ ষড়যন্ত্ৰত তেওঁ চতুৰ বুদ্ধি যোগাব পাৰে। স্বামীৰ বিপদত অধৈৰ্য নহৈ পিজৌৰ যোগেদি তেওঁ বদন বৰফুকনলৈ বাতৰি লিখাইছে। সেই বাতৰি নিজে কঢ়িয়াই নিছে পুৰুষ অশ্বাৰোহীৰ বেশত। পিছতো বদনৰ গা ৰক্ষীৰ ছদ্মবেশত থাকি সকলো সংকটৰ সময়ত ৰূপহীয়ে সাহস আৰু পৰামৰ্শৰ যোগান ধৰিছে। এই শক্তিমতী আৰু বুদ্ধিমতী ৰূপহী কিন্তু ভাগি পৰিছে

স্বামীৰ হত্যাৰ বাতৰি পাই। নানা ঘাত-প্ৰতিঘাত সহি সুদূৰ ব্ৰহ্মদেশৰ পৰা আহি সেই নিদাৰুণ সংবাদ পাই ৰূপহী বাউলী হৈ উঠিছে—

নোৱাৰে হেৰাব মোৰ প্ৰাণৰ দেৱতা,
উলিয়াম সিপুৰীতো লৰি পিচে পিচে।
যাওঁ, যাওঁ, বোলি হ'ল, মাগিলো বিদায়।

ৰূপহীৰ পতি প্ৰেমেই আছিল তেওঁৰ সাহস আৰু মনোবলৰ মূল।

ৰাঙ্গলীৰ মাজত স্নেহ আৰু শুভবুদ্ধিৰ মিশ্ৰণ দেখা যায়। সুদূৰ বিদেশত আপোন মানুহ লগ পাই স্বাভাৱিকতে তেওঁ আনন্দিত হৈ উঠিছে। কিন্তু বদনৰ উদ্দেশ্য বুজাৰ পাছত তেওঁ কৈ উঠিছে—

ঘৰৰ কন্দল নিজে নোৱাৰি ভাঙিব
আহিছা বিচাৰি তুমি পৰৰ সহায়।
ভাবিছা দেখুবাই প্ৰবল জাতিক
স্বজাতিৰ দুৰ্বলতা, গৃহ-অভ্যন্তৰ,
পাৰিবা ৰাখিব ৰাজ্য নিজৰ হাতত?

বদনৰ যুক্তিয়ে তেওঁক টলাব পৰা নাছিল। কিন্তু তেওঁক কাতৰ কৰিলে ৰূপহীৰ কাৰুণ্যই। নাৰীৰ স্বাভাৱিক মমতাৰে ৰূপহীৰ দুখৰ কাহিনী শুনি তেওঁ সহায়ৰ প্ৰতিশ্ৰুতি আগবঢ়ালে। অথচ তেওঁ বুজিছিল যে এই সহায়ৰ ফল হয়তো বিষময়হে হ'ব।

ৰাজমাও এটি গুৰুত্বপূৰ্ণ চৰিত্ৰ। তেওঁ দেশৰ শাসননীতিত পৰোক্ষ ভাগ লৈ সকলো পৰ্যবেক্ষণ কৰি থাকে। তেওঁ জানে, পুত্ৰ চন্দ্ৰকান্তৰ কুকীৰ্তি বহুত, তথাপিও মাতৃত্বৰ মোহেৰে ঢকা চকুৰে তেওঁ সেইবোৰ দেখিও নেদেখে। ৰাজনীতিৰ বতাহতে জীৱন কটোৱা ৰাজমাৱে গভীৰ ষড়যন্ত্ৰ নিয়মো জানে। তেওঁ ৰুপচিং চুবাদাৰক আদেশ দি বদনক গুপ্তহত্যা কৰোৱায়। অথচ তেৱেঁই নিৰ্বাসিত পুত্ৰৰ দুৰ্দশা দেখি বাটে বাটে উচুপুপি যায়। ৰাজমাওৰ মাজত সেয়েহে নাৰী-চৰিত্ৰৰ আটাইবোৰ জটিলতা দেখা যায়।

পিজো গাভৰু চৰিত্ৰটিৰ ইযাত বিকাশ ঘটা নাই। তেওঁৰ কোমল অন্তৰখনিৰ আভাস এটি মাথোন ফুটি উঠিছে। পিজোতকৈ বেছিকৈ জিলিকি আছে মাজু আইদেউৰ অতৃপ্ত কামনাৰে ভৰা দেহ মন আৰু আৰু তেওঁৰ কৰুণ পৰিণতিৰ ছবি।

চৰিত্ৰ-চিত্ৰণৰ পিছতে আহে কাব্যখনিৰ বৰ্ণনামূলক খণ্ডসমূহৰ কথা।

প্ৰাকৃতিক বৰ্ণনাৰ কথা এৰিও বিভিন্ন নগৰৰ বৰ্ণনাত কবিৰ দক্ষতা প্ৰকাশ পাইছে। গুৱাহাটীৰ বৰ্ণনাত আছে সঁচা সঁচা লগা এখন জীৱন্ত ছবি। কলিকতাৰ বৰ্ণনাই মনত পেলায় কেইবা শ বছৰৰ আগৰ এখন বাণিজ্যিক ব্যস্ত চহৰলৈ। এই চহৰৰ ৰূপ অভিনৱ—

ইষ্টক-নিৰ্ম্মিত, উচ্চ, প্ৰাচীৰ-বেষ্টিত
সহস্ৰ সহস্ৰ হৰ্ম্ম্য উঠে অভ্ৰ ভেদি,
বিকাশি বিচিত্ৰ শোভা কৃত্ৰিম সজ্জাৰ।

ইয়াত আছে পণ্ডিত, সাধু, দস্যু, তস্কৰ। কাৰাগাৰ, ধনাগাৰ, চিকিৎসা কেন্দ্ৰ আদিৰে ভৰা এই চহৰত—

সুসজ্জিতা পণ্য নাৰী দুৱাৰে দুৱাৰে
বিলোল কটাক্ষ লৈ লুব্ধ নয়নত,
নিবলই ধন-মান হৰি কামুকৰ।

কলিকতাতকৈ ধৰেছি মনোহৰ ব্ৰহ্মৰ ৰাজধানী আভা নগৰৰ বৰ্ণনা। ইয়াত—

মুক্ত পথ, মুক্ত বায়ু, মুক্ত নৰ-নাৰী
চৌপাশে পেগোদা শোভে তুলি উচ্চ শিৰ,
সম্মুখত প্ৰকৃতিৰ সৌন্দৰ্য-সম্ভাৰ

বৌদ্ধধৰ্মৰ দেশৰ এই চহৰখনিৰ এটি চমু কিন্তু সুৱলা বিৱৰণে কাব্যখনিৰ সৌন্দৰ্য বঢ়াইছে।

শেষত ক'বলৈ পাৰি, 'অসম-সন্ধ্যা'ই পাঠকৰ মনত এক জাতীয় চেতনাৰ ভাব জগাই তোলে। হয়তো সেয়েহে এইখনে মনক ৰেখাপাত কৰি যায়। কবিৰ নিজা মনৰ যি স্বদেশ-চেতনা, সিও ইযাত নানা সুৰুঙাৰে ভুমুকি মাৰিছে। কাব্যৰ আদিতে তেওঁ কৈছে—

ক্ষুদ্ৰ এক বসুন্ধৰা কামৰূপ ভূমি
ৰত্ন, কাম, স্বৰ্ণ আৰু সৌমাৰ পীঠত
চতুৰ্ধা বিভক্ত হ'ই জিলিকে বিশ্বত।
তেৱেঁ মোৰ মাতৃ, ধাত্ৰী, সাধনা, কামনা,
তেৱেঁ মোৰ অন্তৰৰ পূজাৰ বেদীত
জাগ্ৰত দেৱতা। অসীম ভকতি ল'ই
কৰোঁ প্ৰণিপাত জন্মভূমি। চকু লোৰে
ধুৱাই চৰণ।

জন্মভূমিৰ আকাশত আহোম ৰাজত্বৰ ৰবি কিদৰে অস্ত গ'ল তাকে এই কাব্যত বহলাই কোৱা হৈছে। কবিৰ গভীৰ আন্তৰিকতাৰ বাবেই এই আপাতদৃষ্টিত ৰসহীন কাব্যখনিও সুখপাঠ্য হৈ উঠিছে। অনাড়ম্বৰ ঘটনা বিন্যাসৰ মাজত ফুটি উঠিছে জাতিৰ প্ৰতি চিন্তা আৰু পৰ্যালোচনাৰ এক প্ৰত্যাহ্বান। যদিও কাব্যখনিত প্ৰত্যক্ষভাৱে এই প্ৰত্যাহ্বান ঘোষণা কৰা হোৱা নাই, তথাপিও প্ৰতিজন সচেতন পাঠককেই বুকুৰ দেশত আঘাত কৰিবগৈ।

কিছুমান নিষ্ঠুৰ সঁচা কাহিনীক কাব্যৰূপত দাঙি ধৰাটো সহজ নহয়। দণ্ডিনাথ কলিতাই এই কঠিন কামটোও সম্ভৱ কৰি তুলিছে প্ৰতিভা আৰু আন্তৰিকতাৰ পৰশত।

### পদ্মধৰ চলিহা

ঘাইকৈ এজন গীতিকাৰ আৰু নাট্যকাৰ পদ্মধৰ চলিহা ( ১৮৯৫-১৯৬৮ ) এজন সুকবিও আছিল। এওঁৰ গীত আৰু কবিতাৰ পুথি 'ফুলনি' (১৯১৫), 'স্বৰাজ-সঙ্গীত' ( ১৯২১ ), আৰু 'গীতি-লহৰী' ( ১৯২৩ ) ৰ মাজত তেওঁৰ প্ৰতিভাৰ পৰিচয় পোৱা যায়। দেশপ্ৰেম তেওঁৰ কবিতাৰ ঘাই সুৰ। দুই এটি কবিতাত কৌতুকৰ পূৰ্ণ প্ৰকাশো দেখা যায়। গীতবোৰ প্ৰণয়-ৰসাত্মক। কেইটিমান জনপ্ৰিয় পেৰডী গীতো এওঁ ৰচনা কৰিছিল।

দেশপ্ৰেমৰ কবিতাৰ ভিতৰত এটা হ'ল 'অসম-গৌৰৱ'। এইটি কবিতাত তেওঁৰ হৃদয় উপচি পৰিছে অসমৰ অতীত গৌৰৱৰ সোঁৱৰণত। মাতৃভূমিৰ আকাশে-বতাহে তেওঁ আৱিষ্কাৰ কৰিছে অপৰূপ সৌন্দৰ্য। তেওঁ সোঁৱৰণ কৰিছে বহুতো গৌৰৱময় কাহিনীৰ—

যদিও নিজান তোমাৰ আকাশ জিলিকে ইয়াতো তৰা,  
জিলিকে কতনো মহাকবি, সতী  
ধৰ্ম-কৰ্ম-বীৰ সেনাপতি,  
উজলাই তব মুখৰ কান্তি উজলালে বসুন্ধৰা।

নানা জাতি-জনজাতিৰে ভৰা অসমদেশৰ মহান বুকুত তেওঁ বিচাৰি পাইছে শুৱনী ধৰাৰ সকলো ৰূপ। অন্য এটি ভাল কবিতা 'স্বদেশ-প্ৰেম'ৰ মাজতো কবিৰ প্ৰতিভাৰ জিলিকনি দেখা যায়। তেওঁৰ মতে স্বদেশপ্ৰেম হ'ল মনুষ্যত্বৰ লক্ষণ। যি মানুহৰ অন্তৰত স্বদেশপ্ৰেম নাই, সেই মানুহ স্বাৰ্থপৰ আৰু দুৰকপলীয়া। তেওঁ প্ৰশ্ন কৰিছে—

ধৰে নে জনম কেৱে এই মৰতত
শিলাময় কৰি তাৰ হিয়া,
"এয়ে মোৰ জন্মভূমি" বুলি মনে মনে
এবাৰো যি কোৱা নাইকিয়া ?"

তেওঁৰ মতে ঐশ্বৰ্য-বিভূতি, নামজ্বলা, উপাধি আদি একোৱেই স্বদেশপ্ৰেমৰ সমতুল্য নহয়। স্বদেশপ্ৰেমীজন মৰিও অমৰ। কিন্তু যাৰ অন্তৰত এই অনুভূতি নাই, তেনে জনক সংসাৰে পাহৰি পেলায়,

তাৰ বাবে কেৱে আৰু নোটোকে চকুলো
কেৱে তাক নকৰে সম্মান ,
কবিয়ে কবিতা ৰচি নকৰে নকৰে
কেতিয়াও তাৰ গুণ গান।

কবিজনাৰ কবিতা আৰু গীতসমূহত তেওঁৰ নিমজ ছন্দ-ৰীতিৰ উমান পোৱা যায়। প্ৰণয়-গীতসমূহত এই নিমজতা বেছি স্পষ্ট। তাৰে এটি উদাহৰণ—

আঁতৰি ফুৰিছা জিলিকে হিযাত
তোমাৰে ধুনীয়া ছবিটি
দিনে ৰাতি মাথো বাজে সকৰুণ
নিৰাশ প্ৰেমৰ বাঁহীটি।
চকুৰ পানীৰে সাগৰ বোৱালোঁ
কত হুগুনীযা মিছাতে পেলালো
মৰিহিলে আশা পাহিটি।

তেওঁ প্ৰায়বোৰ গীত আৰু কবিতাতে এটি কোমলতা বিৰাজমান।

**ৰত্নকান্ত বৰকাকতী**

ৰত্নকান্ত বৰকাকতী ( ১৮৯৭-১৯৬৩ )ৰ কবিতাৰ বিষয়ে ড° মহেশ্বৰ নেওগে কৈছে যে 'প্ৰেম আৰু সৌন্দৰ্যই কবিতাসমূহৰ সৰ্ব্বস্ব।" 'শেৱালি' ( ১৯৩২ ), 'তৰ্পণ' ( ১৯৫৩ ) আৰু 'চন্দ্ৰহাৰ ( ১৯৬৩ )ৰ মাজত তেওঁৰ অনুভূতিৰ বিবিধ দিশৰ প্ৰকাশ দেখা যায়। গুণগত বৈশিষ্ট্যৰ ফালৰ পৰা 'শেৱালি' খনেই তেওঁৰ সৰ্বশ্ৰেষ্ঠ পুথি।

বৰকাকতীৰ কবিতাৰ বৈশিষ্ট্য হ'ল এক মধুৰ কোমলতা। কতো উজুটি নোখোৱা নিমজ গতিৰ ছন্দসজ্জাৰে সজাই তোলা 'শেৱালি' পুথিখনৰ মাজত

তেওঁৰ কবি-প্ৰতিভাৰ সৰ্বোত্তম বিকাশ লক্ষ্য কৰা যায়। বৰকাকতী প্ৰেমৰ কবি। তেওঁৰ কবিতাৰ মাজত ৰহস্যবাদী সুৰ এটিও পোৱা যায়। কিন্তু এই ৰহস্যবাদ কেৱল ভগৱৎ-প্ৰেম আৰু আধ্যাত্মিক অনুভূতিৰে সিক্ত হৈ থকা নাই। সমগ্ৰ বিশ্বৰ মাজত প্ৰতিভাত হৈ থকা অন্তহীন সৌন্দৰ্য আৰু মানুহৰ হৃদয়ত থকা অসীম প্ৰেম তেওঁৰ ৰহস্যবাদী চিন্তাধাৰাৰ উৎস।

ৰোমাণ্টিক প্ৰভাৱযুক্ত সকলো কবিৰ দৰে বৰকাকতীৰো কবি প্ৰাণত প্ৰিয়াৰ ৰূপে ঢউ তুলিছে। প্ৰিযাৰ লাৱণী অংগৰ মাজতে সীমাবদ্ধ হৈ নাথাকি ক্ৰমে তাৰ উত্তৰণ ঘটিছে মনোজগতৰ নানা আনন্দদায়ক অনুভূতিলৈ। প্ৰথম অৱস্থাত প্ৰেয়সীৰ যাদুসনা চকুযোৰ দেখি তেওঁ কৈ উঠিছে—

মনে যাক চিনে
চকুৰে চিনায
সেয়েহে হ'বলা তোমাৰ চকুত
ইমান মউ ?

'যদি' নামৰ কোমল কবিতাটিৰ মাজত সেই সম্মোহনৰ বিস্তাৰ ঘটিছে তীব্ৰ আসক্তিৰ ৰূপত—

যদি তুমি হোবা হ'লে
পদুম এপাহ
মই যদি বিব্ ৰিব্
মলযা বতাহ,
ধীৰে ধীৰে গই ধৰি
চকুটি মুদাই,
কৰিলোঁহেতেন স্নেহ
শত চুমা খাই।

দেহৰ সুষমাৰে বৈ আহে যি প্ৰেম, তাৰ সিপাৰে থকা হৃদয়ৰ গভীৰতাখিনিৰ আৰু অনুপম অনুভূতিখিনিৰ গভীৰ প্ৰেৰণাৰ কথাও কবিয়ে মানি লৈছে। হঠাতে জাগি উঠা যৌৱনৰ শিহৰণ আৰু আত্মাৰ লগত আত্মাৰ মিলনৰ ইচ্ছাৰ কথাও তেওঁৰ কবিতাত ফুটি উঠিছে। কেতিয়াবা সেই প্ৰেমেই সৃষ্টি কৰিছে এক মিষ্টিক অনুভূতিৰ। প্ৰিয়াৰ ৰূপৰ পৰশ লাগি বিশ্বসংসাৰ শূন্য়নি হয়, কিন্তু নিঃস্ব হৈ পৰে হৃদয়। 'বিশ্বহৰণ' নামৰ কবিতাটিৰ মাজত তেনেধৰণৰ এক ইন্দ্ৰিয়াতীত অনুভূতি প্ৰকাশ পাইছে। যেতিয়ালৈকে হৃদয়ত প্ৰেমে প্ৰৱেশ নকৰে, তেতিয়ালৈকে জীৱন আৰু সংসাৰত নাথাকে কোনো জটিলতা। নিজৰ

'নিজস্ব' গৌৰৱেৰে উপভোগ কৰি সাধাৰণ মানুহে সীমাৰ মাজতে সুখী জীৱন যাপন কৰে। অথচ সেই মানুহেই যেতিয়া প্ৰেমাস্পদৰ মাজত অসীমৰ ইংগিত পায়, তেতিয়া তেওঁৰ জীৱন হৈ পৰে যন্ত্ৰণাৰে ভৰা। তেনে ক্ষেত্ৰতে কবিয়ে অনুভৱ কৰিছে চাৰিওফালে প্ৰিয়াৰ ৰূপৰ প্ৰকাশ। প্ৰিয়াৰ সান্নিধ্যৰ তুলনাত তেওঁৰ বাবে বিশ্বব্ৰহ্মাণ্ডৰ সকলো সম্পদ ম্লান হৈ পৰিছে। তেওঁৰ অনুভৱ—

তিল্ তিল কই
হৰিলা বিশ্ব
তিলোত্তমা হই
কৰিলা নিঃস্ব
কাঢ়িলা জোনৰ
মুখ
আকাশৰ কোলা
কৰিলা উদং
বতাহৰ নিলা
মনৰ ৰং
নৈৰ নথলা
সুখ

প্ৰেমৰ কবিতাৰ কোমলতাৰ বাহিৰেও তেওঁৰ কবিতাত আছে বিশ্বজগতৰ অনন্ত ৰহস্যৰ প্ৰতি এক সংযত কৌতূহল। "বিশ্বজগতৰ নিৰ্জীৱ সজীৱ সকলো প্ৰাণীৰ মাজত যি এটি মিলনৰ স্বৰ্ণসূত্ৰ আছে তেওঁ সেইটি ধৰা পেলায়।" তেওঁ নিজৰ মাজতে আৱিষ্কাৰ কৰে পৰমসত্তাৰ অৱস্থিতি। 'এটি ঘৰত থকা দুটি মানুহৰ' বিচিত্ৰ প্ৰকৃতি উপলব্ধি কৰি তেওঁ মাজে মাজে ভাবুক হৈ পৰে। এনেবোৰ সময়ত তেওঁৰ কবিতাত ৰবীন্দ্ৰনাথৰ 'দুটি পাখী' আদি কবিতাৰ সাদৃশ্য পৰিলক্ষিত হয। কবিগুৰুৰ বিশিষ্ট প্ৰভাব এটি বৰকাকতীৰ বহুতো কবিতাতে অনুভূত হয়। তাজমহলক লৈ ৰচনা কৰা কবিগুৰুৰ 'সাজাহান' কবিতাত যি দৰে প্ৰেমৰ সমাধিটিৰ কালজয়ী ৰূপ ফুটি উঠিছে, সেইদৰে বৰকাকতীয়েও ফুটাই তুলিছে পাথৰেৰে লিখা কবিতা ৰূপেৰে চিৰ অম্লান হৈ থকা তাজমহলৰ ৰূপ।

বৰকাকতীৰ সমগ্ৰ কবিতাতে ছন্দৰ সুষমা বিৰাজমান। ওজঃপূৰ্ণ ভাষা আৰু শ্বাসাঘাত প্ৰধান ছন্দ তেওঁৰ কবিতাৰ যাই আকৰ্ষণ।

## লক্ষ্মীনাথ ফুকন

লক্ষ্মীনাথ ফুকনৰ ( ১৮৯৭—১৯৭৫ ) কবিতাৰ সংখ্যা কম, কিন্তু ভাল কবিতা তেওঁ কেইবাটিও লিখিছে। তেওঁৰ প্ৰেমৰ কবিতাবোৰত "তন্ময়তা আছে, উন্মাদনা নাই , সৌন্দৰ্য আছে, উচ্চাটণ নাই।" 'সোণালী সপোন' ( ১৯৬১ ) নামৰ প্ৰকাশিত কবিতা পুথিৰ মাজত তেওঁৰ কাব্য অনুভূতিৰ স্বচ্ছন্দ প্ৰৱাহ চকুত পৰে।

তেওঁৰ প্ৰেমৰ কবিতাৰ কোমলতা আৰু মধুৰতাৰ প্ৰকাশক এটি কবিতা হ'ল 'সাক্ষী'। প্ৰিয়াৰ সান্নিধ্যৰ কোমল সৰগী অনুভৱেৰে তেওঁ দেখিছে প্ৰকৃতিৰ মাজত যেন প্ৰিযাৰে সাদৰী পৰশ, তেওঁ অনুভৱ কৰিছে,—

এতিযাও গছৰ পাতত
লাগি আছে উশাহ তোমাৰ
এতিযাও তোমাৰ সুৱাসে
মলযক দিছে সুধা-ধাৰ।

আকাশৰ তৰাৰ মাজতো প্ৰিযাৰ বাৰ্তাৰি পোৱা কবিজনৰ মনত ফুলৰ সুবাস আৰু প্ৰিযাৰ উশাহে মিলি এক হৈ পৰাৰ উমান 'প্ৰতীক্ষা' কবিতাটিতো পোৱা যায়,—

খৰিকাজাইৰ সুগন্ধ এছাটি
বিয়পি পৰে
তোমাৰে উশাহ এই ভাবে মোক
ব্যাকুল কৰে।

লক্ষ্মীনাথ ফুকনৰ শ্ৰেষ্ঠ কবিতাসমূহৰ ভিতৰত এটা হ'ল 'ব্ৰহ্মপুত্ৰৰ প্ৰতি।' কবিতাটোত অতীতৰ সোণাময় দিনবোৰৰ প্ৰতি তেওঁৰ সচেতনতা ফুটি উঠিছে। তেওঁ অনুভৱ কৰিছে যুগ যুগ ধৰি বৈ অহা ব্ৰহ্মপুত্ৰৰ প্ৰাণৰ বাৰ্তাৰি। এই নদী বহুতো ঘটনাৰ সাক্ষী। কুণ্ডিল-কুঁৱৰী ৰুক্মিণীৰ প্ৰেমৰ সপোন আৰু তাৰ পূৰ্ণতাৰ কথা জানে এই নদীয়ে। উষা-অনিৰুদ্ধৰ প্ৰেম-কাহিনীৰ সকলো মিলন-বিৰহৰ সাক্ষী এই নদী। অকল প্ৰেমেই নহয়, সাহস আৰু বীৰত্বৰ অজস্ৰ কথাও যেন ব্ৰহ্মপুত্ৰই হৃদয়ত সাঁচি থৈছে। "ভগদত্ত নৃপতিয়ে কুৰুক্ষেত্ৰ সমৰত পূৰ্ণ কৰি বীৰৰ ধৰম" কেনেদৰে খ্যাতি ৰাখিছিল, বিশ্ব-বিজয়ী বীৰ অৰ্জুনক মণিপুৰ-কুমাৰ বভ্ৰুবাহনে কেনেদৰে পৰাজিত কৰিছিল,

সেইবোৰ কথাও ব্ৰহ্মপুত্ৰই জানে। দুপৰ সুৰুযৰ দৰে তেজাল ভাস্কৰবৰ্মাৰ গৌৰৱময় সোঁৱৰণ আৰু হিউৱেনচাঙৰ আগমনৰ আনন্দদায়ক কাহিনীও যেন লুইতৰ সোঁতত মিলি আছে। তদুপৰি কেনেদৰে,—

বামুনৰে চণ্ডালৰে নাই ভেদাভেদ বুলি শ্ৰীমন্ত শংকৰে ৰাগ টানি
প্ৰচাৰিলে বিয়াকুল বাণী
কবিতাৰ ছন্দে ছন্দে বোৱালে অমৃত-নদী মাধৱদেৱেৰে লগ লাগি
মুগধ কৰি শত শত প্ৰাণী,

সেইবোৰ কথাৰো সাক্ষী এই নদী। লাচিতৰ স্বদেশ-প্ৰেম, জয়মতীৰ দৃঢ়তা আদি সুৰঁৰিলে গৌৰৱ অনুভৱ কৰিব পৰা বহুতো কথাই ব্ৰহ্মপুত্ৰই বুকুত সাঁচি হৈছে। অতীতৰ এনেবোৰ নানা ধৰণৰ স্মৃতিয়ে আকাশে-বতাহে আজি মাথোঁ এটি হুমুনিয়া এৰি থৈ গৈছে। বুকুত সাঁচি থোৱা সেইবোৰ কথাকে ক'বলৈ বাবিষা ব্ৰহ্মপুত্ৰই উত্তাল ৰূপ গ্ৰহণ কৰে নেকি, কবিয়ে প্ৰশ্ন কৰিছে। সমগ্ৰ কবিতাটোত কিছুমান বছা বছা শব্দৰ প্ৰয়োগে কবিৰ দৰদী প্ৰাণৰ আভাস দাঙি ধৰে।

## নীলমণি ফুকন

নীলমণি ফুকন ( ১৮৮০—১৯৭৭ )-ৰ সকলো কবিতাতে স্বচ্ছন্দতা কম যদিও তেওঁ এজন ভাল কবি। এটি গভীৰ দাৰ্শনিক চিন্তাধাৰা তেওঁৰ কবিতাত পোৱা যায়। প্ৰথম কবিতা পুথি 'জ্যোতিকণা' ( ১৯৩৮ )-ৰ মাজত এনে চিন্তাধাৰাৰ প্ৰকাশ ভালকৈ চকুত পৰে, তেখেতৰ অন্যান্য কবিতাৰ পুথিসমূহ হ'ল, 'মানসী' ( ১৯৩৩ ), 'গুটিমালী' ( ১৯৫০ ), 'জিঞ্জিৰি' ( ১৯৫১ ), 'অমিত্ৰা' ( ১৯৫২ ), 'সন্ধানী' ( ১৯৫৩ ), 'মৰ্ম্ম-বাণী' ( ১৯৬২ ), 'আহুতি' ( ১৯৬১ ), 'তৰুণ অসম' ( ১৯৬৫ ), 'মৰা ডালত কুঁহিপাত' ( ১৯৬৫ ) আৰু 'শতধাৰা'। তেখেতৰ বছা বছা কবিতা কেইটিমান একেলগ কৰি 'মানস-প্ৰতিমা' নামেৰে ১৯৭১ চনত প্ৰকাশ কৰি উলিওৱা হয়।

ফুকনৰ কবিতাত দাৰ্শনিক চিন্তাধাৰা আৰু এক সৌন্দৰ্য-স্পৃহাৰ মিলন ঘটিছে। 'সুন্দৰ তুমি ক'ত' নামৰ কবিতাটোৰ মাজত কবিৰ ভাব আৰু ভাষাৰ সাৰ্থক প্ৰয়োগ লক্ষ্য কৰা যায়। সুন্দৰৰ সন্ধানত হাবাথুৰি খাই ফুৰা কবিয়ে এপাকত এটি জুৰিক সুধিছে সুন্দৰৰ বতৰা। জুৰিটিয়ে ক'লে,—

"পাৰা যদি যাব মোৰ সতে বই
জুৰিটিয়ে ক'লে দেখা পাবা গই
সুন্দৰ আছে য'ত।"

কিন্তু জুৰিটিৰ পিছে পিছে গৈও কবিয়ে সুন্দৰৰ সন্ধান পোৱা নাই। জুৰিটিৰ পিছে পিছে যাওঁতে অসংখ্য হাবি-বন অতিক্রম কৰিবলগা হৈছে। কাইটৰ আঁচোৰত ৰাঙলী হৈছে শৰীৰ, পৰ্বতৰ টিঙে টিঙে, গাঁও-ভূঁইৰ মাজে মাজে অন্তহীন যাত্ৰা তেওঁৰ, অথচ সুন্দৰৰ সন্ধান যে নাই কতাৰেই। চাওঁতে চাওঁতে বাৰিষা আহিল। ক'হুৱা বনক নচুৱাই আগবঢ়া ক্ষীণস্রোতা জুৰিটি ফোন ফোটোকাৰে উপচি উঠিল। সেই উত্তাল জুৰিটিযে নদী হৈ বিচাৰিছে সুন্দৰৰ সান্নিধ্য ,—

আহিল বাৰিষা ঘোৰ
ওফন্দি আহিল বুকু জুৰিটিৰ
বিচাৰি সুন্দৰ হ'ল যে অধীৰ
'সুন্দৰ ক'ত মোৰ ?'

বেগৱতী নৈযে গৈ সাগৰ পালে। সাগৰৰ সিপাৰেই সৌন্দৰ্যৰ মহামেলা পাতিছে সুন্দৰে। সেই সাগৰ সংগমত নিজকে পাহৰি জুৰি লীণ হ'ল সুন্দৰৰে সতে, কবি বৈ গ'ল নিঃসংগ হৈ। কাৰণ তেওঁ হ'ল ক্ষুদ্ৰ মানৱ। সীমাবদ্ধ মানৱ। মানুহৰ বাবে সুন্দৰ সদাযে এক ৰহস্য। তেওঁৰ আভাস পোৱা যায, অথচ ধৰা নাযায। ঠিক যেন ৰবীন্দ্ৰনাথৰ "অঞ্চল ধৰিবতে গেলে পালাও চঞ্চল কলকণ্ঠে হেসে।" সেযেহে কবিযে ভাবিছে ,—

বাট চাই ৰ'লো সুন্দৰ আহিব
ইপাৰত মই, কোনে কৈ দিব
মোৰ নো সুন্দৰ ক'ত!

তেওঁৰ 'ৰূপ কোঁৱৰ' কবিতাটোত সুন্দৰেই ৰূপ-কোঁৱৰ ৰূপেৰে ধৰা দিছে। কবিৰ মতে প্ৰকৃতি জগতৰ সকলোৱেই সেই ৰূপ-কোঁৱৰৰ বাবে প্ৰতীক্ষা কৰে। ভোমোৰাৰ চৰণত ধৰি পদুমপাহেও আকুতি কৰে ৰূপ-কোঁৱৰৰ বাবে। কেতেকীয়ে গীতৰ মাজেদি বিচাৰি ফুৰে ৰূপ-কোঁৱৰক। বেদনাৰ কোমল কাইটে গোলাপৰ বুকু ফুটায, বালিৰ বুকুত ফুলে ৰূপ-কোঁৱৰৰ স্বপ্ন। 'চিৰ-সুন্দৰ' কবিতাটিতো একে ধৰণে তেওঁ প্ৰত্যক্ষ কৰিছে সুন্দৰৰ পৰশ লাগি শুৱনি হোৱা ধৰণীৰ ৰং-ৰূপ,—

য'তে দেখোঁ ৰূপ
ত'তে অপৰূপ
হ'ই দেখা দিয়া
চিৰ সুন্দৰ ,

এই ৰহস্যময়তাৰ বিপৰীতে এলানি কবিতাৰ মাজত প্ৰকাশ পাইছে বাস্তৱৰ অতি সত্য নিষ্ঠুৰ জগতৰ প্ৰতিফলন। 'মাতৃ-মূৰ্তি' নামৰ কবিতাটোত এজনী মগনীয়া গাভৰুৰ অসহায় আৰু দুখেভৰা জীৱনৰ প্ৰতিফলনে কবিৰ সংবেদনশীলতাৰ ইংগিত দিছে। 'ভিতৰতে আহি থাক' নামৰ কবিতাটোৰ মাজত গাঁৱলীয়া দুখীয়া মাক-জীয়েক এহালৰ কৰুণ কাহিনী ফুটি উঠিছে। 'মাতিছে গছৰ ডালত' নামৰ কবিতাটোত ফুটি উঠিছে গাঁৱলীয়া গাভৰুৰ সৰলতা। ফুকনৰ কবিতাৰ অন্য এটি দিশত অসহযোগ আন্দোলন, স্বৰাজোত্তৰ ভাৰতৰ অৱনতি, জাতিভেদ প্ৰথা আদি বাস্তৱ সমস্যা কিছুমানৰ প্ৰকাশ দেখা যায়। অৱশ্যে এইবোৰ কবিতা বিশেষ শুৱলা নহয়।

## শৈলধৰ ৰাজখোৱা

শৈলধৰ ৰাজখোৱা (১৮৯২—১৯৬৮)-ৰ কবিতা কেইটিমান নিজস্ব বৈশিষ্ট্যৰে সমৃদ্ধ। 'নিজৰা' (১৯৩৫) পুথিৰ সৌন্দৰ্যৰ বাবে তেওঁ নিজৰাৰ কবি ৰূপে জনাজাত। ভাৱৰ গভীৰতা আৰু প্ৰকাশ ৰীতিৰ মাধুৰ্যই তেওঁৰ কবিতাক মনোৰম কৰিছে। 'বৰপেটা', 'বিষাণদৈ আলি' আৰু 'পাষাণ প্ৰতিমা' তেওঁৰ তিনিটা বিখ্যাত কবিতা। ছন্দৰীতিৰ অভিনবত্বৰ বাবে তাৰে শেষৰটোৰ খ্যাতি বেছি। কিম্বদন্তিৰ গা-ত ভেজা দি লিখা কবিতাটিত হাদিৰাচকিৰ ৰণৰ সোঁৱৰণত কবিৰ মন উৰা মাৰিছে অতীতলৈ। সেই ৰণ আছিল মানৰ বিৰুদ্ধে অসমৰ শেষ স্বাধীনতাৰ ৰণ। ৰণৰ ছবিখনি নিখুঁত শব্দ আৰু ছন্দৰ সহযোগত কবিয়ে অতি সুন্দৰকৈ ফুটাই তুলিছে,—

গুৰুম গুৰুম ফুটিছে কামান, উঠিছে পৰিছে সহস্ৰ অসি
নাচে তালে তালে ডাকিনী-যোগিনী তেজেৰে
ৰাঙলী শ্মশান পশি
কোন কোন আছ আজি শেষবাৰ
চাই যা ধেমালি অসম বীৰৰ
মৰিও নমৰে পৰিও নপৰে বাণ-ভগদত্ত-চুকাফা জাত
গৃহ বিবাদত জৰ্লাকলা আজি, নহলে কোনেনো দিয়েহি হাত ?

এই ৰণৰ পটভূমিতে তেওঁ ছবি আঁকিছে এক কৰুণ প্ৰেমকাহিনীৰ। ফুলৰা আৰু চতলাই কেনেকৈ কৃষ্ণৰাম আৰু চৈতন্য নামৰ দুই বীৰপুৰুষক স্বামী বৰিছিল যুদ্ধক্ষেত্ৰৰ বীৰত্বত মোহিত হৈ, সেই কাহিনী ইয়াত কাব্যিক ভাষাৰে দাঙি ধৰা হৈছে। ৰণক্ষেত্ৰত দুই বীৰৰ মৃত্যু হ'ল। ফুলৰা-চতলা পাষাণী ৰূপেৰে ৰৈ থাকিল আজিলৈকে। কবিতাটোৰ মাজত প্ৰণয়-কাহিনীৰ কাৰুণ্য, অতীত-প্ৰীতি আৰু লোককথাৰ মিশ্ৰণ ঘটিছে।

ৰাজখোৱাৰ কবিতাৰ পথাৰখন বহল। প্ৰকৃতিৰ মনোৰম ছবি, অতীতৰ সোণালী দিনৰ সোঁৱৰণ, ব্যক্তিগত অনুভূতিৰ কোমলতা আৰু পাৰভঙা বেদনাৰ প্ৰৱাহ এই সকলোবোৰেই কৰ্ষণ ইয়াত হয। 'বিৰহিনী' তেওঁৰ এটি মনোৰম কবিতা। প্ৰেমিক আৰু প্ৰেমিকাৰ ৰূপকল্পৰ মাজেদি ইয়াত ভগৱানৰে সৈতে মিলন-পিয়াসী হিয়াৰ বাসনা ফুটাই তোলা হৈছে। কবিতাটিত এটি ৰহস্যবাদী পৰশ পোৱা যায়। প্ৰথম দৃষ্টিত ইয়াত আছে কোমল প্ৰেমৰ জোনালী ৰহণ। প্ৰিযতমলৈ হেপাঁহ আৰু চেনেহেৰে অপেক্ষা কৰি থকা প্ৰিয়াই যৌৱনৰ সোণাময দিনৰ শেষত সাক্ষাৎ পাইছে পৰমপ্ৰিয়ৰ। কিন্তু এতিয়া তেওঁৰ ৰিক্ত, শূন্য জীৱনত সেই প্ৰেমৰ আতিথিক আদৰিবলৈ উপচাৰ একো নাই। সেয়েহে তেওঁ কৈছে—

তুমি যদি মোৰ হৃদয় দেৱতা
অনাদি কালৰ হেৰোৱা দৰা,
চিৰ বিৰহিনী আৰতি সজাওঁ
দুচকু মুদিলে দিবাহি ধৰা।

ভগৱানক প্ৰিয়তম বুলি কল্পনা কৰা আৰু মৰণৰ মুহূৰ্তটোক তেওঁৰ লগত মিলনৰ মুহূৰ্ত বুলি কল্পনা কৰাৰ এই লক্ষণ নলিনীবালা দেৱী আৰু ৰঘুনাথ চৌধাৰীৰ কবিতাতো দেখা যায়।

ৰাজখোৱাৰ কবিতাৰ এটি মধুৰ আৰু সুকোমল সুৰ হ'ল প্ৰেমভৰা অনুভৱৰ সুৰ। শৰতৰ সন্ধিয়া পৰত অতীতৰ সোণালী দিনৰ মিঠা সোঁৱৰণেৰে ভৰা এটি কবিতা হ'ল 'হেৰোৱা সপোন'। কিন্তু তেওঁৰ সবাতোকৈ সুগভীৰ অনুভৱৰ প্ৰকাশ দেখা যায় দুখ আৰু বেদনাৰ কবিতাবোৰত।

অসমীয়া শোক-কবিতাৰ জগতত হিমলা বৰুৱানী আৰু শৈলধৰ ৰাজখোৱাৰ শোকৰ কবিতাখিনিৰ বিশেষ মূল্য আছে। কবি ভগৱতী প্ৰসাদ

বৰুৱা আৰু তেওঁৰ পৰিয়ালৰ অকাল মৃত্যুত এইখিনি কবিতাৰ জন্ম হৈছিল। ৰাজখোৱাৰ কবিতা সুগভীৰ বেদনা আৰু নিটোল ৰচনাশৈলীৰ সংযোগত হৃদয়পৰশা হৈ উঠিছে। মহেন্দ্র বৰাৰ মতে, "ছন্দ আৰু ভাবনাৰ যি মধুৰ সংযোগ এইটি ইলিজীত অনুভূত হয়, অন্য ক'তোৱেই সেইদৰে নহয়।" উদাহৰণ স্বৰূপে :—

আজি নিশা সোন, নালাগে গুলাব
নালাগে জ্বলাব বিজুলী বাতি,
লখিমী বোৱাৰী নাথাকা লগত
নালাগে ভেদিব পিশাচী ৰাতি।
নিজান নিতাল সান্ধ্য গগণ
তেজেৰে ৰাঙলী ৰবিৰ কিৰণ,
বিনা মেঘে আহি চমকে বিজুলী
কাল-অজগৰে ধৰিছে ছাটি।

"ঘটনাৰ বৰ্ণনা, প্ৰত্যেকজন মৃতকৰ অনুচিত্ৰণ, নিঠুৰ নাৰবীয়ালৈ অভি-সম্পাত আৰু ব্যক্তিগত অশ্ৰুপাতেৰে ভৰপূৰ হৈ আছে, কবিতাটো।" ইয়াত আছে নিয়তিৰ অমোঘ বিধানৰ ওচৰত মানুহৰ অসহায় আত্মসমৰ্পণৰ কৰুণ স্বীকাৰোক্তি। এক যন্ত্ৰণাৰ অভিব্যক্তি প্ৰকাশ পোৱাৰ লগে লগে যন্ত্ৰণা-লাঘৱৰ বাবে ভাগ্যকে মানি লোৱাৰ ইচ্ছাও ইয়াত প্ৰকাশ পাইছে,

যোৱা আজি ভাই যাঁচিছো বিদায়
চকুৰ পানীৰে আঁজলি ভৰি,
যোৱা পতিব্ৰতা লখিমী বোৱাৰী
সীতা সাবিত্ৰীৰ পুৰোৱা শাৰী
যোৱা দেবদূত জননী কোলাত
হাঁহিবা, যি দৰে হাঁহিলা ধৰাত
যোৱা পুণ্যপ্ৰভা অসম কিশোৰী
সৰগবালাৰ মূৰুতি ধৰি।

ৰাজখোৱাৰ আছিল এখন স্পৰ্শকাতৰ অন্তৰ আৰু স্বাভাৱিক কবি প্ৰতিভা। সেয়েহে তেওঁৰ কবিতাত এক আন্তৰিকতাৰ সুৰ ধ্বনিত হয়।

## ধৰ্মেশ্বৰী দেৱী বৰুৱানী

ধৰ্মেশ্বৰী দেৱী বৰুৱানী ( ১৮৯২—১৯৬০ ) এগৰাকী নিৰ্জনতাৰ কবি। তেওঁৰ কবিতাৰ পুথি কেইখন হ'ল 'ফুলৰ শৰাই' ( ১৯২৯ ), 'প্ৰাণৰ পৰশ' ( ১৯৫২ ) আৰু 'অশ্ৰুধাৰা আৰু জীৱনতৰী' ( ১৯৬৩ )। কবি গৰাকীৰ কবিতাৰ ঘাই লক্ষণ আধ্যাত্মিক প্ৰেম। উৎস হ'ল তেওঁৰ ৰুগ্ন শৰীৰ আৰু যন্ত্ৰণাময় জীৱন। তেওঁৰ দুখী জীৱনত চেনেহৰ বোলসনা স্বামীৰ প্ৰতি কৃতজ্ঞতাবেও কিছুমান কবিতা জিলিকি আছে। তেওঁৰ জীৱনবীণাত দুটা মাথোন সুৰ বাজিছিল—এটা করুণ, এটা মধুৰ। এই দুটা সুৰৰ মাজেদিযেই কবিৰ ভগৱৎ প্ৰেম, প্ৰকৃতি প্ৰেম আৰু স্বদেশপ্ৰেমৰ ত্ৰিধাৰা মূৰ্ত্ত হৈ প্ৰকাশ পাইছিল।

ধৰ্মেশ্বৰী দেৱীৰ আধ্যাত্মিক চিন্তাধাৰাভৰা কবিতাসমূহ নলিনীবালা দেৱীৰ একেধৰণৰ কবিতাৰ দৰে ৰহস্যবাদী সৌন্দৰ্যৰে ভৰি উঠা নাই যদিও সেইবোৰত এক সুকীয়া সৌন্দৰ্য নোহোৱা নহয়। তেওঁৰ অনুভৱত ধৰা পৰে বিশ্ব-সংসাৰত বিয়পি থকা এক অৰূপৰ ৰূপৰ জ্যোতি। মানুহৰ প্ৰাণে প্ৰাণেও সেই অৰূপৰ বিস্তাৰ। তেওঁ অনুভৱ কৰিছে ,—

অচিন্ত্য অব্যক্ত ৰূপে আছে তোৰ
হিয়া মণিকূট মাজে
দেখা পাবি তাতে প্ৰাণৰ দেৱতা
মোহন মূৰুতি সাজে।

তেওঁৰ সহজ-সৰল প্ৰাণৰ মাজত জাগি উঠা জীৱন আৰু জগতৰ বিষয়ে অসংখ্য প্ৰশ্নৰ সমাধান তেওঁৰ কবিতাবোৰৰ মাজত বিচাৰি চোৱাৰ প্ৰয়াস দেখা যায়। মৃত্যুৰ স্বৰূপ আৰু পৰকালৰ তাৎপৰ্যৰ বিষযে প্ৰায়ে তেওঁৰ মনত নানা প্ৰশ্ন জাগিছিল। 'নীৰৱ-দেৱতা' নামৰ কবিতাটোত জীৱনৰ প্ৰতি-ক্ষণতে ধৰা দিও আঁতৰি ফুৰা জীৱন-দেৱতাৰ বাবে তেওঁৰ সৌন্দৰ্য-পিপাসু মনৰ ৰূপ-তৃষ্ণা ইযাত ফুটি উঠিছে। দুখৰ চকুলোৰে সিক্ত হৈ থকা জীৱনত ভগৱানৰ করুণা বিচাৰি কবিয়ে বেদনাৰ অৰ্ঘ যাচিছে।

তেওঁৰ চিন্তাধাৰাত ভাৰতীয় দাৰ্শনিক তত্ত্বৰ বীজ নিহিত হৈ আছে। তেওঁৰ প্ৰাণত আছে মুক্তিৰ হাবিয়াস। পৰমাত্মাৰ লগত মিলনেই হ'ল এই মুক্তিৰ স্বৰূপ। 'প্ৰিয়লৈ পদুমী' নামৰ কবিতাটোৰ মাজত আত্মাৰ পৰমাত্মাৰ সতে মিলনৰ স্পৃহা দেখা যায় ,—

তুমি মই দুয়ো মিলিম যিদিনা
তোমাতেই হ'ম লীন,
একেটি সুৰত এডালি তাঁৰত
বজাম মিলন বীণ।

ভগৱানৰ প্ৰতি কবিৰ গভীৰ আস্থা। সংসাৰৰ সকলো ঘাত-প্ৰতিঘাত হেলাৰঙে সহ্য কৰি সকলোখিনি ভগৱানৰ নিৰ্মালি বুলি তেওঁ গ্ৰহণ কৰিছে। নিজৰ দুখেৰে সেই ভগৱানক বন্দনা কৰাৰ মানসেৰে তেওঁ কৈছে,—

হিয়াৰ স্পন্দন—অনাহত ধ্বনি
তোমাৰ পূজাৰ বাদ্য।
শোক হুমুনীয়া চোঁৱৰে বিচিম
হে মোৰ পৰমাৰাধ্য।

ভগৱানৰ প্ৰতি থকাৰ দৰেই নিজৰ স্বামীৰ প্ৰতিও তেওঁৰ আছিল গভীৰ প্ৰেম আৰু কৃতজ্ঞতা। তেওঁৰ অসহায পংগু জীৱনত স্বামীৰ স্নেহ আছিল এক পৰম শুভশক্তি। তেওঁৰ কৃতজ্ঞতা এনেদৰে প্ৰকাশ পাইছে।—

যদিওবা সজা নাই দেৱ
বাহিৰত ওখ দোল এটি
কি অসীম কৰুণা তোমাৰ
কিবা স্নেহ দিলা মোৰ প্ৰতি।

প্ৰকৃতিৰ ৰং-ৰূপো তেওঁৰ কবিতাত বিচিত্ৰ ভাবে প্ৰকাশ পাইছে। প্ৰকৃতিৰ সুন্দৰতা আৰু ভয়াবহতা দুয়োটাই তেওঁৰ কলমত ধৰা পৰিছে। ফুল, চৰাই, শৰতকাল আদিৰ ছবি আঁকি তেওঁ তৃপ্তিলাভ কৰিছিল। বৰদৈ-চিলাৰ লাৱণী আৰু উগ্ৰ দুয়োটা ৰূপৰে তেওঁ সুন্দৰ ছবি আঁকিছিল। অসমীয়া নাৰীৰ দেহ আৰু মনৰ মাজত থুপ খাই থকা ৰূপৰ পোহৰে কবিৰ মন অভিভূত কৰিছে। মহিমাময়ী নাৰীক আৰু গৰিমাময়ী কৰিবৰ বাবে তেওঁ নাৰী সকলে নিজৰ মনোবৃত্তিৰ উৎকৰ্ষ সাধন কৰাটো বিচাৰিছিল। কিছুমান কবিতাত তেনে মনোবৃত্তিৰ প্ৰকাশ দেখা যায়।

ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ কবিতাৰ মাজত আন্তৰিকতা মূল সৌন্দৰ্য হৈ জিলিকি আছে। সহজ-সৰল, ভগৱৎ-বিশ্বাসী প্ৰাণৰ সকৰুণ অনুভূতিৰে ভৰা তেওঁৰ কবিতাবোৰ যথাৰ্থতেই হৃদয়পৰশা।

## নলিনী বালা দেৱী

অসমৰ কবিতা-জগতৰ অন্যতম শ্ৰেষ্ঠ প্ৰতিভা নলিনী বালা দেৱী (১৮৯৮—১৯৭৭)। অতীন্দ্ৰিয়বাদ তেওঁৰ কবিতাৰ ঘাই সম্পদ যদিও অন্য বহুতো বৈচিত্ৰ্যপূৰ্ণ অভিব্যক্তি বিভিন্ন কবিতাত সিচঁৰতি হৈ আছে। তেওঁৰ কবিতা পুথিসমূহ হ'ল 'সন্ধিয়াৰ সুৰ' (১৯২৮), 'সপোনৰ সুৰ' (১৯৩৪), 'পৰশমণি' (১৯৫৪), 'যুগদেৱতা' (১৯৫৭) আৰু 'অলকানন্দা' (১৯৬৭)।

নলিনীবালাৰ কবিতাৰ প্ৰধান আকৰ্ষণ বিষাদে সেমেকাই তোলা তেওঁৰ ভগৱৎ-প্ৰেম। এই প্ৰেমে এক ৰহস্যবাদী অনুভূতিৰে সিক্ত হৈ তেওঁক অসমীয়া ৰহস্যবাদী কবিসকলৰ মাজত জিলিকাই ৰাখিছে। এনেবোৰ অতিন্দ্ৰীয়বাদী কবিতাৰ মাজত তেওঁৰ প্ৰজ্ঞা আৰু প্ৰতিভাৰ অপূৰ্ব মিলন লক্ষ্য কৰা যায়। ভাৰতীয় দৰ্শনত বিশ্বাসী তেওঁৰ সুকুমাৰ হৃদযে এইবোৰ কবিতাৰ মাজেদি আত্মপ্ৰকাশ কৰিছে। তেওঁৰ কবিতাৰ আন এটি ধাৰাত থকা দেশপ্ৰেমমূলক কবিতাৰ ভিতৰত 'জনমভূমি' এটি উৎকৃষ্ট কবিতা। মাতৃভূমিৰ প্ৰতি থকা নিভাঁজ মৰমৰ বাবে কবিতাটিৰ শব্দসমূহো হৈ উঠিছে কোমল আৰু আলফুলীযা। কবিতাটিৰ প্ৰতিটি চৰণ যেন তেওঁ ৰচনা কৰিছে জনমভূমিৰ প্ৰতি থকা অকৃত্ৰিম প্ৰেম আৰু আন্তৰিক কৃতজ্ঞতা মন্থন কৰি। ধনেৰে বৈভৱশালী নহ'লেও এই দেশ শান্তি আৰু সৌন্দৰ্যৰ অনুপম আলয়। সেয়েহে তেওঁ কৈছে ;—

দুখীয়াৰ ভগাপঁজা একোখনি তীৰ্থ তাত
একোখনি পুণ্যৰ আশ্ৰম।
মৰিলে পুনৰ আহি দুখীযা দেশতে মোৰ
লওঁ যেন পুনৰ জনম।

নলিনীবালাৰ কবিতাত মাযাভৰা জোনাক ৰাতি, পৰ্বতৰ নাচনী নিজৰা, সেউজীয়া অৰণ্য, কলকণ্ঠী বিহগ, এই সকলোবোৰে ভূমুকি মাৰিছে। তাৰ লগে লগে বিভিন্ন উছৱ আৰু বিশিষ্ট ব্যক্তিক লৈও ভালেমান কবিতা আছে। 'ভ্ৰষ্ট লগ্ন' নামৰ ৰূপকধৰ্মী কবিতাটোত এক গীতিময় সৌন্দৰ্য উজ্জ্বল হৈ আছে। বিদ্যাপতিৰ গীত, চণ্ডীদাসৰ পদাবলী আৰু মীৰাবাইৰ ভজনৰ দৰে ইয়াত প্ৰিয় আৰু প্ৰেমিকাৰ মিলন বিৰহৰ ছাঁ-পোহৰে ভৰা সৌন্দৰ্য দেখা যায়। 'পুতলী' তেওঁৰ এটি শোকৰ কবিতা। মাতৃপ্ৰাণৰ হাহাকাৰৰ সুৰে কবিতাটিক চকুপানীৰে ধুৱাই থৈছে।

**সন্ধিয়াৰ সুৰ**

অসমীয়া অতীন্দ্ৰিয়বাদী কবিতাৰ মাজত এইখন এখন শ্ৰেষ্ঠ পুথি। ব্যক্তিগত বেদনা ইয়াৰ মূল উৎস। স্বামী আৰু সন্তানৰ বিয়োগত কাতৰ হৈ পৰা নলিনীবালাৰ শান্তি আৰু সান্ত্বনাৰ পথ সন্ধানৰ ফল স্বৰূপে এই কাব্যৰ জন্ম হৈছিল। অভাগী নাৰী-হিয়াৰ বিননিতকৈ ইয়াত স্পষ্ট হৈ আছে কবি-প্ৰাণৰ সংযত বিষাদৰ সুৰ। কবিৰ হৃদয়ত থকা ভাৰতীয় দৰ্শনৰ প্ৰতি আস্থাই তেওঁক ভাঙি পৰিবলৈ দিয়া নাই। জীৱনটো দুখেৰে ভৰা হলেও তাক তেওঁ প্ৰীতিৰে গ্ৰহণ কৰিছে। একোকে নিদিয়া পৃথিৱীখনলৈও তেওঁৰ অভিযোগ নাই,—

আজিৰে নোহোৱা মোৰ সুন্দৰী পৃথিৱী
জনমৰ যুগমীয়া তুমি,
তুমি মোৰ জীৱনৰ শান্তিৰ জিৰণি
অতীতৰ স্বপ্ন লীলাভূমি।

কবি কৰ্মফলত বিশ্বাসী। অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ বাৰে বাৰে পৃথিৱীলৈ অহা মানুহে সহজে জন্মান্তৰৰ হাত সাৰিব নোৱাৰে। কাৰণ মানুহৰ অন্তৰত-আছে চিৰন্তন অতৃপ্তিৰ খনি। তাৰ পূৰ্ণতাৰ বাবে আত্মাই সংসাৰত অবিৰাম ভ্ৰমণ কৰে। গতিকে,—

ভোগতেই মানুহৰ তৃপিতি পলোৱা হ'লে
বাসনাও নোৱাৰে থাকিব
মানুহৰ বাসনাৰ সমাধি শয়ন হ'লে
জীৱন মৰণো নাথাকিব।

বিশাল সংসাৰৰ বুকুত নিজাকৈ এখনি পুতলা সংসাৰ পাতি মানুহে দুদিনৰ বাবে ধেমালি কৰে। তেনে এখন সংসাৰ অকালতে হেৰাই যোৱাৰ বিষাদত কবিয়ে অনুভৱ কৰিছে সংসাৰৰ অনিত্যতা। মানুহৰ সমাজত পূৰ্ণতা বিচাৰি নোপাৱা কবিয়ে তেওঁ নিষ্ঠুৰ জীৱন-দেৱতাকো সুন্দৰ ৰূপেৰে চাইছে আৰু জীৱনযোৱা দুখৰ বোজা তেওঁৰ চৰণ-তলত নমাই থবৰ বাবে আকুল হৈ মাতিছে,—

অ' মোৰ পৰম প্ৰিয়
তুমি ক'ত তুমি ক'ত
তুমি ক'ত?

এই পৰম-প্ৰিয়ৰ ৰূপৰ ৰূপ-ছবিয়ে কবিৰ অন্তৰ ৰূপে-ৰসে ভৰাই তুলিছে। তেওঁৰ প্ৰতিটি ক্ষণ প্ৰিয়ৰ সান্নিধ্যৰ বাবে ব্যাকুল হৈ পৰিছে, সকলোতে তেওঁ বিচাৰি পায় প্ৰিয়ৰ পৰশ ;—

শিতানত ফুলা
বকুল জুপিত
শুনিলো বাঁহীৰ মাত
সাৰ পাই দেখোঁ
চন্দন সুবাস
আমোল মোলাই গাত ।।

সেই সুন্দৰক জীৱনৰ আশ্ৰয় ৰূপে গ্ৰহণ কৰি কবিয়ে কৈ উঠিছে,—

সহিব নোৱাৰি এই
জীৱনৰ ভাৰ
সপি দিলোঁ তোমাৰ পাৱত ।
বৰ শ্ৰান্ত প্ৰভু ! মই
লোৱা তুলি মোক
দিয়া ঠাই চৰণ তলত ।

( ভাগৰুৱা )

জীৱন যেতিয়া অবাঞ্ছিত হয়, তেতিয়া "মৃত্যু হয় বাঞ্ছিত সুন্দৰ"। জীৱনৰ সিপাৰৰ সেই দেশখনলৈ যাবলৈ কবিৰ প্ৰাণত আকুল হেপাঁহ। তেওঁৰ প্ৰাণে শুনিছে অসীমৰ আহ্বান ,—

দুবাণিৰ পখী জাকি উৰি যায় ৰিঙিয়াই
বিয়াকুল উদাসী সুৰত
প্ৰতিধ্বনি বাজে সুদূৰত ।
মোৰো এই পিঁজৰাৰ অশান্ত পখীটি দেখো
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত ।

( পৰমতৃষ্ণা )

মৃত্যু তেওঁৰ বাবে চিতাগ্নি হোমাগ্নি হোৱা মিলনৰ মুহূৰ্ত। জীৱনৰ প্ৰতি ক্ষণে-ক্ষণে যাৰ সান্নিধ্যই তেওঁক সাহস আৰু শক্তি যোগাইছে সেই ভগৱানক প্ৰিয়তম ৰূপেৰে লৈ কবিয়ে তেওঁৰ লগত মৃত্যুৰ যোগেদি মিলনৰ

সপোন দেখিছে। মানুহৰ আত্মা অবিনাশী, কিন্তু শৰীৰ বিনাশশীল। জীৱাত্মা-অন্তিমত পৰমাত্মাত মিলি পৰে। সেই মিলনত পার্থিৱ জীৱনৰ সকলো দুখ আৰু বেদনা নোহোৱা হৈ পৰে। কবিয়ে ইহ জীৱনৰ বেদনা আঁতৰাই থৈ ভগৱানক প্ৰিয়তম ৰূপে কামনা কৰি কৈ উঠিছে,—

তুমি জ্যোতি মই ৰেণু
হে অৰূপ ৰূপৰ আলয়
অণুৰূপে অনাদিত
তোমাতেই লীন হ'ম গৈ।

## যমুনেশ্বৰী খাটনিয়াৰ

যমুনেশ্বৰী খাটনিয়াৰ ( ১৮৯৯—১৯২৪ )-ৰ কবিতাৰ সম্যক পৰিচয় পোৱা যায় 'অৰুণ' ( ১৯১৯ )-ৰ কবিতাসমূহৰ মাজত। এইগৰাকী কবিৰ কবিতাত এক আধ্যাত্মিক সুৰ বিৰাজমান। লগে লগে আছে বিষাদৰ অনুভৱ আৰু এক মৃত্যুচেতনাৰ প্ৰকাশ। কবি-প্ৰাণৰ চিৰন্তন নিঃসংগতাৰ সুৰে তেওঁৰ কবিতাত এক কোমল বিষাদ দান কৰিছে। কবিৰ হৃদয়ত থকা চিৰকলীয়া অতৃপ্তিৰ অনুভৱ যমুনেশ্বৰীৰ হৃদয়তো আছে। তেওঁ দেখে, পৰিপূৰ্ণ সংসাৰত প্ৰকৃতিৰ অবাৰিত দান। সকলো সুন্দৰ, সকলো স্বচ্ছন্দ। তথাপিতো কবিৰ প্ৰাণ যেন নোপোৱাৰ বেদনাৰে ভৰা,—

তেও কিয় মন মোৰ
অথিৰ সদায়,
দিনে ৰাতি ভাবে যেন
কিবা নাই নাই।

'ঊষা-কুঁৱৰী' নামৰ কবিতাটিত বিৰহ-বিধুৰা ঊষাৰ ছবি আঁকি কবিয়ে প্ৰেমৰ মনোৰম ৰূপ এটি ফুটাই তুলিছে। তেওঁৰ বাকী বেছিভাগ কবিতাৰ গাম্ভীৰ্য আৰু চিন্তামূলক অনুভৱৰ তুলনাত ইয়াত কোমলতা আৰু কমনীয়তা বেছি। ঊষাই যেন ভাবিছে,—

শুনিযো নুশুনো ওচৰৰ মাত মুখত নুৰুচে ভাত
কাহানি আহিনো সখী চিত্ৰলেখী ওচৰতে দিব মাত।
পালেঙত উঠি গাৰুত আউজি অকলশৰীয়া হই
আজি কিয় মই ভাবি সুখ পাওঁ লগৰীয়া এৰি থই।

মৃত্যুৰ সম্পৰ্কে তেওঁৰ ধাৰণা আশাৰে ভৰা। মৃত্যু দুখ আৰু বেদনাৰ উৎস নহয়। মৃত্যুত অনুভৱ শেষ হৈ নাযায়। বেলি মাৰ যোৱাৰ পৰত যি দৰে লাহে লাহে এন্ধাৰ নামি আহি পৃথিৱী বুৰাই পেলায়, সেইদৰে মানুহৰ জীৱনলৈও এদিন নামি আহে অন্তিমৰ অন্ধকাৰ। পৃথিৱী আন্ধাৰ হয়, কিন্তু আকাশত জিলিকে তৰা। তাৰে উপমা আনি কবিয়ে কৈছে :—

এইৰূপে জীৱনৰ সন্ধিয়া কালত
মৃত্যুৰ কোলাত মই কৰিলে শয়ন
দেখিম নতুন কত জ্যোতিৰ্ময় দেশ
যদিও মুদিম মই এই দুনয়ন।

কবিগৰাকীৰ কবিতাত অলংকাৰৰ সুষমা আৰু ছন্দৰ লালিত্য কম। কিন্তু ভাবৰ গভীৰতা আৰু অনুভূতিৰ স্নিগ্ধতাই তেওঁৰ কবিতাত প্ৰাণৰ সঞ্চাৰ কৰিছে।

## অন্যান্য কবিসকল

এই স্তৰৰ কবিসকলৰ ভিতৰত কেইবাজনো এনে কবি আছে, যি কেৱল দুটি বা এটি কবিতা ৰচনা কৰি নিৰৱ হৈ পৰিছিল। সেইসকলৰ কবিতাৰ বিশদ আলোচনা হোৱা নাই। তেনে এজন কবি পদ্মনাথ শৰ্মা (১৮৮৮—১৯০৬)ৰ 'তুমি' নামৰ কবিতাটোৰ মাজেৰে তেওঁৰ প্ৰতিভাৰ উমান পাব পাৰি। কবিতাটোৰ ভাব-ভাষা মনোৰম। 'চন্দ্ৰমল্লিকা' (১৯৫১) আৰু 'বণ-জেউতি' নামৰ দুখন পুথিৰ কবি ইন্দ্ৰেশ্বৰ বৰঠাকুৰ আছিল এজন সাৰ্থক অমিত্ৰাক্ষৰ ছন্দৰ কবি। ভৈৰৱচন্দ্ৰ খাটনিয়াৰ (১৮৮৯—১৯২৭) বিখ্যাত হৈছিল মানিমুনি শাকৰ বিষয়ে কবিতা লিখি। সিংহদত্ত দেৱ অধিকাৰী (১৮৮৯—১৯২৫)-ৰ কবিতা পুথি আছিল 'কবিতা-লহৰী', 'ৰেণু' (১৯১৮), 'গীতি মালিকা' (১৯১৯) আৰু 'মণিমালা'। এইজন কবিৰ 'সন্ধিযা' এটি নিমজ ৰচনা।

আলোচিত কালডোখৰত আৰু দুজনমান কবিৰ ভাল কবিতাকেইটিমান পোৱা গৈছে। ইয়াৰে বেছিভাগ কবিয়েই বাঁহী, আলোচনী আদিৰ পাতত আত্ম-প্ৰকাশ আৰু কাব্য-চৰ্চা কৰিছিল। কিন্তু সময়ৰ অনুক্ৰমে একেটি কালতে আলোচনা কৰা হ'ল যদিও নলিনীবালা দেৱী আৰু ধৰ্মেশ্বৰী দেৱী বৰুৱানী আছিল এক ব্যতিক্ৰম। তেওঁলোকৰ কাব্য-চৰ্চা আলোচনী-নিৰ্ভৰ

নাছিল। নিৰলে আপোন মনে কবিতা ৰচনা কৰা কবি দুগৰাকীৰ কবিতাত ব্যক্তিগত প্ৰাণৰ আত্মপ্ৰকাশৰ বাসনাহে বেছি উজ্জ্বল আছিল।

## ৰোমাণ্টিক বিস্তাৰৰ স্তৰ

### ভূমিকা

ইতিমধ্যে আলোচনা কৰা কবিসকলৰ কবিতাত প্ৰায়েই এক ব্যক্তিগত আবেগৰ প্ৰকাশ দেখা গৈছিল। আপোন মনৰ অনুভূতিসিক্ত এইবোৰ কবিতাত ব্যক্তিগত বিষাদ, নৈসৰ্গিক চিত্ৰ, প্ৰেমৰ কোমলতা আদিয়েই ঘাই লক্ষণ হৈ জিলিকি আছিল। কবিসকলৰ বাহিৰলৈ চোৱাৰ বা পিছলৈ চোৱাৰ অৱকাশ আছিল কম। নিজৰ ভিতৰতে সীমাহীন ৰহস্য আৱিষ্কাৰ কৰা এই সকল কবিৰ পিছৰ সকলে কবিতাৰ মাজলৈ আৰু নানা নতুন ভাৱ-অনুভূতি আমন্ত্ৰণ কৰি আনিলে। আগতে যিবোৰ বীজ ৰূপত আছিল, এতিয়া সেইবোৰেই বিস্তাৰিত হৈ পৰিল।

'জোনাকী'ৰ প্ৰভাৱে কবিসকলক এতিয়াও ক্ষীণভাৱে পোহৰাই ৰাখিছিল। কিন্তু এই সময়ত 'বাঁহী' আৰু ছাত্ৰ সম্মিলনৰ মুখপত্ৰ 'মিলন' আছিল নতুন কবিৰ কাব্য-ৰচনাৰ ঘাই অনুপ্ৰেৰণা। আগৰৱালা, বেজবৰুৱা আদি কবিৰ কবিতাৰ স্বদেশপ্ৰেম, অতীতপ্ৰীতি, বুৰঞ্জীমূলক চৰিত্ৰৰ প্ৰতি অনুৰাগ আদি কিছুমান লক্ষণ এইকালৰ কবিসকলে বহুলাই নিলে। তাৰ লগে লগে আহি পৰিল বুৰঞ্জীৰ একোটি কাহিনীৰ আধাৰত খণ্ড-কাব্য ৰচনা কৰাৰ প্ৰবৃত্তি। জাতীয় চেতনাযুক্ত গীত-মাত, ব্যংগাত্মক কবিতা, গান্ধীবাদী আদৰ্শৰ প্ৰতি সচেতনতা আদি এই কালৰ কবিতাত প্ৰতিভাত হৈ উঠিবলৈ ধৰিলে।

এই সময়ৰ কবিতাসমূহত ছন্দৰীতিৰ প্ৰতিও বেছি মনোযোগ দিয়া হৈছিল। বহুসময়ত বিষয়বস্তুৰ গভীৰতাতকৈও ছন্দৰ মনোহৰ আৰু শ্ৰৱণক তৃপ্ত কৰা বিন্যাসেহে বেছি আকৰ্ষণৰ সৃষ্টি কৰিছিল।

### ডিম্বেশ্বৰ নেওগ

'মিলন'ৰ সম্পাদক ডিম্বেশ্বৰ নেওগ (১৯০০—১৯৬৬) আছিল এজন প্ৰতিভাৱান কবি। এওঁৰ প্ৰকাশিত কবিতা পুথি কেইখন হ'ল 'মালিকা'

( ১৯২২ ), 'থুপিতৰা' ( ১৯২৫ ), 'মালতী' ( ১৯২৭ ), 'ইন্দ্ৰধনু' ( ১৯৩০ ), 'মুকুতা' ( ১৯৩২ ), 'শৰাইদে কাৰবালা' ( ১৯৪০ ), 'মেঘদূত' ( ১৯৪২ ), 'অসমা' ( ১৯৪৭ ), 'বিচিত্ৰা', 'থাপনা' ( ১৯৪৮ )। 'মুকুতা' হ'ল কেইটিমান ছনেটৰ সমষ্টি।

নেওগৰ কবিতাত একেটি বিশেষ লক্ষণ বিচাৰি উলিয়াব নোৱাৰি। বিভিন্ন সময়ত তেওঁৰ অনুভূতিয়ে বিভিন্ন বিষয়ৰ অৱলম্বনত প্ৰকাশৰ পথ বিচাৰি লৈছিল। শোকৰ পৰা প্ৰকৃতিলৈকে নানা বিষয় সামৰিলেও তেওঁৰ কবিতাৰ ঘাই ভাব হ'ল প্ৰেম আৰু দেশপ্ৰেম। কেতিয়াবা একোটি তত্ত্বমূলক চিন্তায়ো তেওঁৰ কবিতাত প্ৰকাশৰ বাট বিচাৰে। 'কাৰণ' কবিতাটোত বিশ্ব-নিযন্ত্ৰাক চিনিবলৈ বিচাৰি তেওঁ কৈছে—

তোমাৰ অন্তৰ হ'ল সৃষ্টি পাতনিতে
বিশ্বত বিলীন
সেই বাবে কায়া এৰি ফুৰা ছাঁয়াৰূপে
ঘূৰি চিৰদিন।

জীৱন-পথৰ অন্তহীন যাত্ৰাত দিশহাৰা বাটৰুৱাৰ দৰে তেওঁ কেতিয়াবা কৈছে,—

গন্তব্য পথত অকলশৰীয়া
কেও চিনা-জনা নাই;
নোৱাৰিলো ক'ব হাত ধৰি কোনে
দিলে মোক আগুৱাই।

তেওঁৰ পূৰ্বৰ কোনো কোনো কবিৰ দৰে ভগৱান আৰু পৰকালৰ কল্পনাৰে ভৰা কবিতা তেওঁ বেছি ৰচনা কৰা নাই। অ'ত ত'ত মাথোন আভাস ৰূপেৰে বিশ্বসংসাৰ আৰু ভগৱানৰ প্ৰতি তেওঁৰ ধাৰণা ফুটি উঠিছে।

প্ৰেমৰ কবিতাসমূহৰ মাজত কবি নেওগৰ কবি-প্ৰতিভা বেছি নিমজ যেন লাগে। 'অভিমান' নামৰ কবিতাটিৰ মাজত প্ৰিয়াৰ অভিমানৰ মিঠা ছবি এখনি ৰক্ষিত হৈছে, এইদৰে,—

সোণটিয়ে মুখেৰে নামাতে, সোণটিয়ে কথাও নাপাতে
সোণটিক কোনে কি কৰিলে?
মুখখনি সোণটিৰ হাঁহিখিনি জোনটিৰ
আহি ক'ৰ মেঘে আৱৰিলে।

প্ৰিয়াৰ ৰূপৰ মায়াত বিশ্বজগত সুন্দৰ দেখা কবি তেওঁ। তেওঁৰ কবিতাৰ প্ৰথম সূচনা কোমল প্ৰাণত লগা প্ৰণয়ৰ ৰহণত। মানসী-প্ৰিয়াৰ ৰূপ ধ্যান কৰি তেওঁ বহুতো কোমল কবিতা লিখিছে। বৰষা আৰু শৰতৰ সকলো সৌন্দৰ্যৰ মাজত তেওঁ প্ৰিয়াৰ ৰূপৰ আভাস বিচাৰি পাইছে। তেওঁৰ বাবে—

প্ৰিয়াৰ ৰূপেই আছে আগুৰি বিশ্বক
য'তেই সৌন্দৰ্য ত'তে প্ৰিয়া চিৰকালে।

প্ৰেম আৰু প্ৰিয়াৰ বিষয়ে লিখা ভালেমান কবিতাৰ মাজেৰে প্ৰেমৰ বিষয়ে থকা তেওঁৰ ধাৰণাৰ সুস্পষ্ট ইংগিত পাব পাৰি। তেওঁৰ 'প্ৰিয়াৰ পত্ৰ' নামৰ কবিতাটো হেমচন্দ্ৰ গোস্বামীৰ 'প্ৰিয়তমাৰ চিঠি'ৰ দৰে আলোড়নকাৰী নহলেও যথেষ্ট সুন্দৰ। কিছুমান অভিনৱ উপমাৰে তেওঁ কবিতাটো সজাই তুলিছে,—

শুধ হিয়াখনি যেন তুলাপাতখিলা,
তেজৰ টোপাল ৰূপ প্ৰতিটি আখৰ—
প্ৰেম জেউতিত যেন জ্বলিছে বাখৰ।
ৰূপত ৰহণ ঢালি কি পত্ৰ লিখিলা ?
প্ৰতিটি আখৰ যেন সচিত পখিলা,

'ৰূপ-ৰাগ', 'ওৰণী তলত' আদিও মনোৰম প্ৰণয-কবিতা।

টেনিছনৰ 'মে কুইন'ৰ ছাঁ লৈ লিখা তেওঁৰ কবিতাকেইটি অতি মনোৰম আৰু হৃদয-পৰশা। তেওঁৰ ভাল কবিতাবোৰৰ ভিতৰত অন্যতম এটি হ'ল 'শাপমুক্তা'। কবিতাটিত শৈলধৰ ৰাজখোৱাৰ 'পাষাণ-প্ৰতিমা'ৰ ছন্দৰীতিৰ প্ৰতিধ্বনি আছে যদিও নেওগৰ কবিতাই নিজস্বতা হেৰুওৱা নাই। লুইতৰ বুকুৰ উৰ্বশী নামৰ শিলাখণ্ডক দেখি কবিৰ মনে কল্পনাজগতলৈ উৰা মাৰিছে। মুনিৰ অভিশাপত পাষাণী হৈ পৰা ৰূপহী উৰ্বশীক জগাবলৈ যুগে যুগে কতনো যত্ন, অথচ পাষাণী কিন্তু জাগি নুঠে। জোনালী ৰাতিত আকাশে বতাহে সৌন্দৰ্যৰ মহামেলা বহে। কামনাৰ হাট বহে পৃথিৱী জুৰি। আকাশৰ চন্দ্ৰয়ো যেন উৰ্বশীৰ প্ৰেম বিচাৰি প্ৰেমিক ৰূপেৰে সাজি-কাছি আছে। অথচ তথাপিও সাৰ নাপায় উৰ্বশীযে। অপৰূপা উৰ্বশীৰ ৰূপৰ জেউতিত পৃথিৱীক শুৱনি কৰাৰ আশাৰে ৰূপৰ তৃষ্ণাত আকুল মানৱৰ প্ৰাণে যেন কৈ উঠিছে,—

শত বৰষক শত হৰষৰ শত পৰশেৰে সৰস কৰি
স্বৰগত নাই সেই সৌন্দৰ্য্যৰ অপূৰ্ব্ব কালিকা নন্দনেশ্বৰী।
যি ধন হেৰাই স্বৰগ দুখীয়া, তাৰে সতে হক মৰত সুখীয়া,
হাঁহাহে স্বৰগ, হাঁহাহে মৰত, হাঁহা সৌভাগ্যৰ সেন্দুৰী উষা
উঠা হে উৰ্বশী উঠা হে প্ৰেয়সী উঠা যৌৱনৰ সাদৰী সখা।

কবিতাটিৰ মাজত কবিৰ সৌন্দৰ্যপিয়াসী মন উছলি পৰিছে। উৰ্বশী যেন মানুহৰ অপূৰণ ৰূপ-তৃষ্ণাৰ প্ৰতীক। 'জোনাকী-জীৱন-যন্ত্ৰা' উৰ্বশীক শাপমুক্তা ৰূপ দি সেই তৃষ্ণাৰ পূৰণৰ সপোন দেখা হৈছে।

নেওগৰ প্ৰখ্যাত এটি কবিতা 'মোৰ গাঁও'। কবিতাটিৰ মাজেৰে প্ৰকাশ পাইছে তেওঁৰ স্মৰণীয় উক্তি—

কমাৰ ফদীযা। এই সৰু গাঁওখনি মোৰ
ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰতাভৰণ,
ইয়াতে শৈশৱ লীলা ইয়াতে এদিন মোৰ
কোনোবা শৰত ৰাতি, যৌৱনৰ ধীৰ জাগৰণ।

তেওঁৰ কবিতাত ধেমেলীযা শাখা এটিও আছিল। 'এখন ফণি', 'এটি ছাতি', 'ঠেং তোলা বৰা' আদি এনে কবিতা। এই ধেমেলীয়া কবিতাসমূহৰ দুটিমানক হেম বৰুৱাই 'বেয়া কবিতা' আখ্যা দিছে।

## দৈবচন্দ্ৰ তালুকদাৰ

কবি ৰূপে বৰ বেছি খ্যাতিমান নহ'লেও দৈবচন্দ্ৰ তালুকদাৰে (১৯০০—১৯৬৭) কিছুমান বৈচিত্ৰ্যপূৰ্ণ কবিতা ৰচনা কৰিছে। তেওঁৰ কবিতা পুথি-সমূহ হ'ল 'প্ৰেম-পট' (১৯২২), 'কুঁহিমলা' (১৯২৩) আৰু 'সৌন্দৰ্য' (১৯৩০)। কবিতাসমূহত সৰল প্ৰাণৰ কাব্যানুভূতি আৰু আন্তৰিকতা-পূৰ্ণ প্ৰকাশভংগী দেখা যায়। সহজ-সৰল গাঁৱলীয়া ডেকা-গাভৰুৰ প্ৰণয়ৰ চিত্ৰ এখনি 'প্ৰেমপট'ত মনোৰম ভাবে ফুটি উঠিছে। বিষয়বস্তুত নতুনত্ব নাই, ভাষাতো বৈশিষ্ট্য নাই, তথাপিও কবিতাটিত এটি অব্যক্ত সুষমা বিয়পি আছে। নদীৰ পাৰৰ নিজান থলত এহাল ডেকাগাভৰুৰ প্ৰথম প্ৰণয়ৰ চিত্ৰ আঁকি কবিয়ে কৈছে,—

ওপৰে উৰিল চকোৰা চাকৈ
তলত জিলীয়ে গায়
মলোৰ জনুৰ দুইৰো প্ৰাণৰ
টনাটনি কোনে চায় ?
নজনা নুশুনা নেদেখা ডোলেৰে
টানিছে গাভৰু ডেকা
আজোৰা-আজুৰি হইছে কতনো
উঠিছে জোৱাৰ-ভাটা ।

কবিতাটো অতি সৰল। তালুকদাৰৰ সকলো কবিতাতে এনে সৰলতা বিদ্যমান।

## অতুলচন্দ্ৰ হাজৰিকা

'তপোবন'ৰ কবি অতুলচন্দ্ৰ হাজৰিকাৰ ( ১৯০৩—১৯৮৬ ) সাহিত্যিক প্ৰতিভাৰ ক্ষেত্ৰ অতি বিশাল। নাট্যকাৰ আৰু শিশু সাহিত্যিক ৰূপে অসমীয়া সাহিত্যলৈ আগবঢ়োৱা মূল্যবান অৱদানৰ তুলনাত তেওঁৰ কবি-প্ৰতিভাই বিশেষ গুৰুত্ব পোৱা নাই। অথচ তেওঁ এজন প্ৰতিভাবান কবি। তেওঁৰ কবিতা-পুথিও সংখ্যাত বহুত। তাৰে দুখনমান হ'ল 'তপোবন', 'মণিমালা', 'মুকুতামালা' ( ১৯৩০ ), 'পাঞ্চজন্য' ( ১৯৩১ ), 'দীপালী' ( ১৯৩৮ ), 'ঐক্যতান' ( ১৯৭৬ ), 'মন-মাধুৰী' ( ' ), 'মণিকূট' ( ১৯৭৩ ) 'সুন্দৰৰ আৰাধনা' ( ১৯৮৫ ) আদি।

হাজৰিকাৰ কবিতাৰ নিৰ্দিষ্ট লক্ষণ এটা বাছি উলিওৱা সহজ নহয়। এইবোৰৰ প্ৰকৃতি বহুধাবিভক্ত। সৃজনশীল কবি-প্ৰতিভা থাকিলেও তেওঁ আছিল প্ৰযোজনৰ বাবে কবিতা ৰচনা কৰিব পৰা কবি। গতিকে যিকোনো উপলক্ষ আৰু যিকোনো উৎসৱ তথা ব্যক্তিৰ নামত লিখা কবিতাও তেওঁৰ অসংখ্য আছে। তথাপিও তাৰ মাজতে তেওঁৰ নিজস্ব প্ৰাণৰ স্বাভাৱিক অনুভূতি যিবোৰ কবিতাত ফুটি উঠিছে সেইবোৰ হ'ল শেষ বয়সৰ সান্ধ্য-কবিতাখিনি। কিছুমান প্ৰকৃতি-বিষয়ক কবিতাতো কবিজনাৰ প্ৰাণৰ প্ৰকৃত সুকুমাৰ অনুভূতিৰ ইংগিত পাব পাৰি। কাব্য-ৰচনাৰ সুদীৰ্ঘ কালছোৱাত হাজৰিকাই দেশ-কাল-সমাজৰ প্ৰতি তেওঁৰ সচেতনতা প্ৰকাশ কৰিছে। প্ৰতিটো উৎসৱ অথবা সামাজিক তাৎপৰ্য থকা যিকোনো ঘটনা তেওঁৰ

কবিতাই সামৰি লৈছে। প্ৰাক্-স্বাধীনতা কালৰ তেওঁৰ বিখ্যাত কবিতা হ'ল 'কৌমুদী' আৰু 'মিনাক্ষী'। দুয়োটাতে মহাত্মাৰ অহিংস আন্দোলনৰ প্ৰতি থকা ভাৰতবাসীৰ অকুণ্ঠ সমৰ্থনৰ প্ৰাণ-পৰশা ইংগিত পোৱা যায়। মহাত্মা গান্ধী আৰু স্বাধীনতা ৰণৰ অন্যান্য ৰথী-মহাৰথী সকলক লৈ হাজৰিকাই ভালেমান কবিতা ৰচনা কৰিছিল।

প্ৰকৃতি-কবিতাবোৰত হাজৰিকাই এজন ৰসগ্ৰাহী দৰ্শকৰ চকুৰে প্ৰকৃতিক প্ৰত্যক্ষ কৰিছে। ইয়াত আন্তৰিকতা আছে, কিন্তু ৰহস্যৰ অনুভৱ নাই। তেওঁৰ চকুত পৰিছে প্ৰকৃতিৰ সীমাহীন সৌন্দৰ্য, অথচ তাক ফুটাই তুলিবলৈ যেন ক্ষুদ্ৰ কলমত শক্তি নাই। সেযে তেওঁ কয়—

অখণ্ড বীণত বাজে
প্ৰকৃতিৰ সুৰ,
বিন্দু সমা তিলোত্তমা
লেখনিত মোৰ।

তেওঁৰ 'বহাগী' নামৰ কবিতাটিতো ব'হাগৰ ছবি এখন পোৱা যায়। এই ছবি সুন্দৰ আৰু মনোমোহা যদিও বিহগী কবিৰ 'ব'হাগীৰ বিয়া'ৰ দৰে প্ৰাণ উচ্ছল কৰা বৰ্ণনাৰে সমৃদ্ধ নহয়। বসন্তকাল তেওঁৰ প্ৰকৃতি-কবিতাৰ এটি মুখ্য বিষয়। বসন্তৰ আগমনত ৰূপৱতী হৈ পৰা ধৰাত তেওঁ দেখা পায় অভিনৱ সৌন্দৰ্য। বসন্তই যেন প্ৰকৃতিৰ বুকুলৈ আনে যৌৱনৰ উন্মাদনা। সেয়েহে ধৰণী ভৰি উঠে প্ৰণয়ৰ সুৰেৰে। কবিৰ চকুত পৰে গছ-লতাৰ মাজত প্ৰণয়ৰ আলিংগন, ফুলে ফুলে যৌৱনৰ বতৰা। বছৰে বছৰে অহা বসন্তৰ লগত কবিয়ে প্ৰত্যক্ষ কৰে কামদেৱৰো আগমন—

পঞ্চশৰ অজৰ অমৰ
মৰি মৰি জীয়ে বাৰে বাৰ,
জীৱনৰ মধু বসন্তত
জনে জনে যাচে ভেটীভাৰ।

বসন্তকালৰ আলম লৈ কবিৰ মন উৰা মাৰে উষা-অনিৰুদ্ধ, দুষ্যন্ত শকুন্তলা আদি পৌৰাণিক নায়ক-নায়িকাৰ প্ৰেম-কাহিনীলৈ। ফুলৰ মাজত কবি-কল্পনাই পোখা মেলাটো এক চিৰন্তন ৰীতি। কবি হাজৰিকাৰ কল্পনাত ফুল হৈ পৰে এক ষোড়শী গাভৰু। মধুমল্লিকাৰ জেউতিত কবিৰ মন উদ্ভাসিত হৈ উঠিছে—

মন কাননতো মোৰ হে মধুমল্লিকা
তুমি এটি দীপলিপ ষোড়শী বালিকা।

ফুলৰ দৰেই তেওঁ ভাল পায় বৰষুণৰ নেপুৰৰ ধ্বনি। তেওঁৰ কবিতাত বৰ্ষা, শৰত, হেমন্ত আদি বিবিধ ঋতুৰ ৰূপেভৰা ছবি ফুটি উঠিছে। অসমৰ বিভিন্ন নদী আৰু পাহাৰৰ ইতিহাসো তেওঁৰ কবিতাই ধৰি ৰাখিবলৈ বিচাৰিছে।

হাজৰিকাৰ কবিতাৰ ভিতৰত শ্ৰেষ্ঠতম অংশ হ'ল শেষ বয়সৰ ৰচনাখিনি। এইখিনি যেন তপোবনৰ কবিজনৰ অন্তৰ ভাঙি ওলাই অহা অকৃত্ৰিম অনুভৱ। তেওঁ যেন আগত দেখিছে ঢলি পৰা মুনিচুনি বেলি। জীৱনৰ গধূলি পৰত ভাঁৰি দি তেওঁৰ কাণত পৰিছে অনন্তৰ অন্তহীন তান। সুখৰ মৰীচিকা খেদি অবাবতে কটোৱা কালত কৰা নানা কামৰ সোঁৱৰণত মগ্ন হৈ কবিয়ে অনুভৱ কৰিছে যে, মানুহৰ প্ৰেমেই হ'ল তেওঁৰ জীৱনত গোট খোৱা সবাতোকৈ মূল্যবান সম্পদ। যন্ত্ৰণা আৰু হতাশাৰে ভৰা জীৱনৰ তিক্ততাত তেওঁ কৈ উঠে—

লেলেটীয়া দিক্‌চো বাটৰ
এতিয়াও পৰা নাই শেষ,
জিলিকিছে ৰিণিকি ৰিণিকি
সুন্দৰৰ সোণোৱালী দেশ।

কবিৰ মনৰ মাজত আছে এক সুগভীৰ আধ্যাত্মিক চেতনা। সেই চেতনাক গঢ় দিছে জন্মান্তৰবাদত বিশ্বাসী তেওঁৰ হৃদয়ে। জীৰ্ণবস্ত্ৰক ত্যাগ কৰাৰ দৰে পুৰণি দেহা এৰি নতুন দেহা বিচাৰি যোৱাৰ অন্তিম ক্ষণৰ অপেক্ষাই তেওঁৰ মন সংশয়েৰে ভৰাই তোলাৰ উমানো পোৱা যায়। 'আকুল পথিক' নামৰ কবিতাটোত তাৰ ইংগিত আছে,

শেষ পথ অতিক্ৰমি
অশৰীৰী বেশ লৈ
এনিতেনি যাম কেনি
আকুল পথিক মই ?
অকলশৰীয়া আত্মা
নিৰালম্ব নিৰাকাৰ,
মহাশূন্য ভেদ কৰি
পাবনে বিচাৰি পাৰ ?

জীৱন-পথত মানুহৰ অবিৰাম অহা-যোৱা জন্ম-মৃত্যুৰ চক্ৰত মানুহ সদায়েই আবৰ্ত্তিত। কবিয়েও ভাবিছে—

অদূৰত দেখা পাওঁ ঢলি পৰা বেলি,
ধূৰঁলি কুঁৱলী পথ নামিছে গধূলি।
নেজানো কিমানবাৰ এনে অহা-যোৱা,
কিমান সন্ধিয়া আৰু জীৱনৰ পূৱা।

ঠিক যেন নলিনীবালাৰ 'অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ বাৰে বাৰে আহিছো উভতি' ৰ প্ৰতিধ্বনি। ভাৰতীয় কবিৰ কবিতাত এনে ভাৱ নতুন নহয়। আত্মা আৰু পৰকাল সম্পৰ্কীয় ধাৰণাৰে ৰচনা কৰা বহুতো মন-পৰশা কবিতা ভাৰতীয় সাহিত্যত পোৱা যায়। অতুলচন্দ্ৰ হাজৰিকাৰ এনে ধৰণৰ কবিতাত দাৰ্শনিক চিন্তাৰ পাণ্ডিত্য পোৱা নগ'লেও সহজ আন্তৰিক অনুভৱৰ প্ৰকাশ দেখা যায়।

হাজৰিকাৰ শেষ বয়সৰ প্ৰায়বোৰ কবিতাতে এক শান্ত সমাহিত অপেক্ষাৰ ভাৱ দেখা যায়। জীৱন-বস্তিৰ শলিতা শেষ হৈ আহিছে, চাপি আহিছে অন্ধকাৰ। দূৰৰ এক ৰহস্যময় পোহৰত জিলিকি উঠিছে মহাপ্ৰস্থানৰ বাট। সেই বাটেৰে আগবাঢ়ি গ'লে যিখন শান্তিৰ দেশ পোৱা যাব, সেই দেশৰ প্ৰতি তেওঁৰ কৌতূহল আৰু সংশয় গোট খাই আছে। সেই দেশলৈ যোৱাৰ সংকেত কেতিয়া আহে কোনেও নাজানে। যেতিয়া আহিব, তেতিয়া—

টোপোলা-টুপলি সামৰি-সুতৰি
যাব যে লাগিব আলোক বিচাৰি।

অপেক্ষা কৰি কৰি কবি যেন কেতিয়াবা ভাগৰি পৰে—

সত্তৰৰ পদূলিত বান্ধিলো টুপলি
ভাবিছিলো খুলি শিকলি,
বছৰ বাগৰি যায় তথাপিতো হায়
হোৱা নাই দুৱাৰ মুকলি।

চামে চামে মানুহ আহিছে আৰু গৈছে, কবিয়ে বাট চাই আছে কেতিয়া পৰিব তেওঁৰ পাল। বহুতো দাৰ্শনিক কবিৰ দৰে হাজৰিকাৰ বাবেও সংসাৰখন এক পুতলাঘৰ। কোনোবা অদৃশ্য সূত্ৰধাৰৰ হাতৰ ইংগিতত নাচি থকা আমি সকলোৱেই একোটি পুতলা মাথোন। 'আকুল পথিক' নামৰ কবিতাত কবিয়ে ভাবিছে—

কোন বাজীকৰে মোক নচুৱাই
কিনো ভাল পায়—
লুকাই লুকাই আছে খেল চাই
চকৰী ঘূৰাই।

'ৰহস্য খেল' নামৰ কবিতাটিত তেওঁৰ উক্তি—

পুতলাৰ লগত ওমলা ঘৰত
খেলি আছো লুকাভাকু,
আচল নকল চিনিব নোৱাৰি
জলকতবক চকু।

সংসাৰখনত মানুহে দুদিনৰ বাবে আহি আশা আৰু বাসনাৰ জালত বান্ধ খাই পৰে। বিশ্ব নিয়ন্তাৰ হাতৰ ইংগিতত নাচি থকা মানুহে নিজে নাজানে কি কৰা উচিত আৰু কি কৰা অনুচিত। এদিন এই পৃথিৱীৰ পৰা বিদায় ল'ব লাগিব বুলি জানিও মানুহে মাটিৰ জীৱনৰ মোহ সহজে এৰিব নোৱাৰে। সকলো মানুহৰ প্ৰাণৰ কথাকে কবিয়ে কৈছে—

ভাগ্য পৰীক্ষাত যদিও বিভ্ৰাট
ভৰিয়েই আছো ধন,
ধূলিৰ ধৰাকে ধৰিছো খামুচি
ইযাকে থাকিব মন।

দিনে দিনে দিন ক্ষয় হয়, চাপি আহে শেষকাল। আশাধাৰী জীৱই তথাপিও দুদিনীয়া জীৱনৰ মায়া এৰিব নোৱাৰে। এই মায়াৰ ৰহস্য কি তাকো কবিয়ে বুজিবৰ যত্ন কৰিছে—

কাৰ নিৰ্দেশত ভুৱন ভ্ৰমিলো
বেহালো মায়াৰ হাট—
শিলগুটি পালো চেঙালুটি খালো
ওখোৰা মোখোৰা বাট।

জীৱনপথৰ বহুখিনি অহাৰ পিছত ঘূৰি চাই কবিয়ে নিজৰ সঞ্চয়ৰ ভঁৰাল পৰ্যবেক্ষণ কৰিছে। সেই ভঁৰালত আছে ক্ষুদ্ৰ মানৱৰূপে কবিয়ে অৰ্জন কৰা সকলো ভাল-বেয়া গুণ। মায়া-মোহেৰে আৰু লোভ আৰু লালসাই ভৰাই পেলোৱা জীৱনত একমাত্ৰ মূল্যবান সম্পদ কবিয়ে পাইছে জ্ঞানসাগৰৰ ৰত্নসমূহ। বিনম্ৰ ভাৱেৰে তেওঁ কৈছে—

জ্ঞান-বিজ্ঞানৰ ৰত্ন ভাণ্ডাৰৰ
লভিলোঁ কিঞ্চিৎ,
বিদ্যাৰ টোপোলা ভিতৰি ফোপোলা
নহ'লো পণ্ডিত।

ওবে জীৱনত চিৰসুন্দৰৰ পৰশ পোৱা কবিয়ে মানুহৰ মাজতো বিচাৰিছে সুন্দৰৰ প্ৰকাশ। কিন্তু তেওঁৰ চিনাকি পৃথিৱীত সুন্দৰতাৰ 'আৰে আৰে আছে নানা ঘাত-প্ৰতিঘাত। তেওঁৰে কথাত—

সুন্দৰৰ গান সুন্দৰৰ ধ্যান
সুন্দৰৰ আৰাধনা,
কৰিলো যতন নেপালোঁ ৰতন
পদে পদে বিড়ম্বনা।

সকলো অনিত্যতা আৰু অসাৰতাৰ চিন্তাৰ আঁৰত থকা এক কৰুণ সুৰে হাজৰিকাৰ সান্ধ্য কবিতাবোৰক মহত্ত্ব দান কৰিছে। 'মণিকূট'ৰ অন্তৰ্গত কবিতাবোৰত এনে কৰুণ সৌন্দৰ্য দেখা যায়। সৰিবলৈ বাট চাই থকা এখিলা হালধীয়া পাতৰ লগত ইয়াত কবিয়ে নিজকে তুলনা কৰিছে। তেওঁৰ পিছফালে আছে গচকি অহা দীঘল এছোৱা বাট আৰু আগফালে আছে দূৰৰ এক ৰহস্যময় জগতৰ আৱাহন। এই জগতলৈ যাত্ৰা কৰাৰ আগমুহূৰ্তত চিনাকিজনৰ পৰা লোৱা বিদায়ৰ বাণী আৰু নিজৰ জীৱনৰ অকপট স্বীকাৰোক্তিৰে কবিতাবোৰ বিষাদৰ অনুভৱেৰে ভৰা।

শেষ বয়সৰ এই কবিতাবোৰত কবি হাজৰিকাৰ এক ভগৱৎপ্ৰীতি ফুটি উঠা দেখা যায়। ভগৱান তেওঁৰ বাবে দুখৰ শেষৰ শান্তিদাতা। তেওঁৰ ভগৱান অটল বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত। ভগৱৎ চিন্তাৰ কবিতাবোৰত ৰহস্যবাদৰ কোমলতা দেখা নাযায় যদিও স্বাভাৱিক প্ৰীতিৰ ওপৰত এইবোৰ প্ৰতিষ্ঠিত। সমস্ত বিশ্বৰ মুকুটমণি স্বৰূপ ভগৱানৰ সান্নিধ্য তেওঁ অন্তৰেৰে অনুভৱ কৰিছে জীৱনৰ বিয়লি বেলাত। জীৱনে-মৰণে, শয়নে-সপোনে ভগৱান তেওঁৰ কাষে কাষে আছে। জীৱনপথৰ সহযাত্ৰী আত্মীয়-স্বজন, বন্ধু-বান্ধৱ সকলো যেতিয়া আঁতৰি গ'ল, তেতিয়া ওচৰত তেওঁৰ থাকিল মাথোন ভগৱানৰ সান্নিধ্য। এই ভগৱান দয়াময় আৰু প্ৰেমময়। সকলোৰে প্ৰতি সমানে কৰুণা কৰ্ষণ কৰোঁতা এই ভগৱানক উদ্দেশ্য কৰি কবিয়ে কয়—

তোমাৰ ৰাজ্যত জ্যোতিৰ তৰংগ
পোৱা নোপোৱাৰ নাই যে প্ৰসংগ
কল্পতৰু ছাঁত
ফুলে পাৰিজাত
এচিকুট দয়া, এখুদ পোহৰ
তাকে পালে মোৰ গুচিব ভাগৰ।

অতুল চন্দ্ৰ হাজৰিকাৰ সান্ধ্য-কবিতাত তেওঁৰ শেষ বয়সৰ নিঃসংগতা ফুটি উঠা দেখা যায়। সংসাৰৰ কৰ্তব্য সমাপণ কৰি পৰিণতিৰ ফালে বাটচোৱা তেওঁ যেন চিৰন্তন মানৱৰ বিয়লিবেলাৰ প্ৰতীক্ষাৰ প্ৰতীক। দুখ-বেজাৰ আৰু প্ৰত্যাশাৰ উৰ্ধ্বত তেওঁৰ মন এতিয়া শান্ত সমাহিত তপস্বীৰ দৰে। এই শান্ত অপেক্ষাৰ মনোভাৱ হাজৰিকাৰ শেষ বয়সৰ কবিতাৰ ঘাই বৈশিষ্ট্য।

## বিনন্দচন্দ্ৰ বৰুৱা

ধ্বনি কবি বিনন্দচন্দ্ৰ বৰুৱা (১৯০৫—১৯৯৪)-ৰ কবিতাসমূহ ঘাইকৈ উদ্দীপনাময় আছিল। 'শঙ্খধ্বনি' (১৯২৫) 'প্ৰতিধ্বনি' (১৯৩৮) আৰু 'জয়ধ্বনি' তেওঁৰ কবিতাৰ পুথি। তেওঁ আছিল ৰোমাণ্টিক লক্ষণৰ সাৰ্থক পৰম্পৰা বহন কৰা কবি। তেওঁৰ কবিতাৰ মূল আকৰ্ষণ হ'ল ছন্দ-প্ৰয়োগৰ সুনিপুণ কৌশল। বুৰঞ্জীৰ একোটি টুকুৰা অথবা তাৰ একোটি আভাস লৈ তেওঁ ভালেমান কবিতা ৰচনা কৰিছে।

'গড়গাঁও' কবিতাটো তেওঁৰ সৰ্বকালৰ এটি শ্ৰেষ্ঠ ৰচনা। এখন ভৰপূৰ ৰাজধানী-নগৰৰ ছবিৰ দৰে সজীৱ বৰ্ণনা ইয়াত ফুটি উঠিছে। বিচিত্ৰ চহৰ গড়গাঁও। প্ৰবল প্ৰতাপী স্বৰ্গদেৱৰ ভয়ত ইয়াত বাঘে-গৰুৱে একেঘাটতে পানী খায়। কটাৰীৰো ডাবে কাটে। দলদোপ হেন্দোলদোপ এই চহৰৰ গৌৰৱত স্বদেশীৰ শিৰ হৈ থাকে উন্নত। অবাক হয় দূৰৰ পৰা অহা বিদেশী। ইয়াত নিষ্কৰ্মা কোনোৱেই নাই, ঢোদেও ইয়াত ৰাজআলি বান্ধে। এনেখন নগৰৰ ছবিৰ মাজেদি কবিয়ে ফুটাই তুলিছে অসমীয়া মানুহৰ শ্ৰম-নৈপুণ্য, কৰ্তব্য-পৰায়ণতা আৰু দেশভক্তিৰ ছবি। কুহুমবুলীয়া পাগ শিৰে সৈতে ৰজালৈ আগ কৰা সাহীয়াল সৈনিকৰ যুঁজৰ কুকুৰা হেন ৰূপৰ বৰ্ণনা দিয়াৰ পিছত কবিয়ে কৈছে—

একে একে সকলোটি, বান্ধে গড়, খানে মাটি
জাত জাত মাৰে বৰ নাও ,
বঠা নাই, আছে হাত, দা নাই, আছে দাঁত
এনে সেনা ৰাখে গড়গাঁও ।

নগৰৰ সমৃদ্ধিময় ৰূপ আৰু ৰাজসভাৰ গাম্ভীৰ্যময় ছবি আঁকি কবিয়ে বাৰে বাৰে ৰোমন্থন কৰিছে অসমীয়া মানুহৰ ৰাজভক্তি আৰু দেশভক্তিৰ কথা। সেই গৌৰৱময় দিনবোৰৰ স্বদেশৰ মহিমা সোঁৱৰণ কৰি কবিয়ে এইদৰেও কৈছে—

জালি কটা সুৰুঙাই, ভয়ে ভয়ে সুমুৱাই
বেলিযেও পোহৰৰ ছাটি,
বাৰৰ ফুলত পৰি বতাহত লৰি লৰি
ওৰে দিন দিযে ভাগ খাটি
যাব পাৰে আহিলেহে ৰাতি ।

কিন্তু এই ভৰপুৰ নগৰখন এতিযা বিস্মৃতিৰ গৰাহত, “গড়গাঁও আজি তাত জিলিৰ শুনিবা মাত”। অতীতৰ বৈভৱ কালৰ বুকুত জাহ গ'ল। আছে মাথোন কাৰেঙৰ অৱশেষ চিহ্নত মৰণৰ মেলা। অতীতৰ সেই গৌৰৱময সোঁৱৰণিৰ মাজত বিচৰণ কৰি কবিৰ মন গৌৰৱৰ আনন্দত আৰু হেৰোৱাৰ বেদনাত সমানে আন্দোলিত হৈছে।

তেওঁৰ 'ৰংপুৰ' নামৰ কবিতাটিও একালৰ ৰঙে-ৰসে ভৰা ৰংপুৰৰ বন্দনাত উচ্ছ্বসিত। বুৰঞ্জীৰ লগত কল্পনা মিহলাই ৰচনা কৰা তেওঁৰ কবিতাৰ ভিতৰত 'ৰঙামুৱা বীৰ' আৰু 'নজনা বীৰৰ মূৰ' দুটা উৎকৃষ্ট কবিতা। মাতৃভূমিৰ প্ৰতি থকা তেওঁৰ স্নেহ আৰু আনুগত্য ফুটি উঠিছে 'জন্মভূমি' নামৰ কবিতাটোত। ইয়াৰ মাজতো আছে গৌৰৱময় অতীতৰ দিনবোৰৰ সশ্ৰদ্ধ সোঁৱৰণ—

শুনিলে কাহিনী যাৰ গৌৰৱেৰে ভৰা
উত্তেজিত হিয়া উঠে ফুলি
নাজানো কি মায়াপুৰী এই জন্মভূমি
সাদৰো সম্ভাষো কিনো বুলি ।

'ব্ৰহ্মপুত্ৰ' নামৰ কবিতাটোৰ মাজত কবিয়ে বিশাল এই নদৰ গুণ আৰু মহিমা কীৰ্তন কৰি বিস্ময়ত অভিভূত হৈছে। ব্ৰহ্মপুত্ৰৰ পাৰত কত যুগ-

যুগান্তৰৰ শৌৰ্য-বীৰ্যৰ স্মৃতি পৰি আছে সেই কথা ভাবি তেওঁ এই নদৰ বিশালতাৰ কথা সুঁৱৰি কৈ উঠিছে—

ছন্দ তোমাৰ বন্ধ নহয় থাকে মিলি তাতে সকলো তান,
মহা প্ৰলয়ৰ আহ্বান আছে, প্ৰেমিকৰো আছে প্ৰেমৰ গান।

'ভাৰত', 'ভাৰতগৰিমা', 'মোগল দূতৰ প্ৰতি লাচিত' আদি বহুতো কবিতাত এটি দেশাত্মবোধক সুৰ ফুটি উঠিছে। ধ্বনি কবিৰ কবিতাৰ এইটোৱেই ঘাই সুৰ বুলি ক'ব পাৰি। প্ৰেম, প্ৰকৃতি, সংসাৰ-ৰহস্য আদি বিষয়বস্তু লৈও তেওঁ কবিতা ৰচনা কৰিছে যদিও সেইবোৰৰ সংখ্যা কম আৰু সৌন্দৰ্যও কম। ৰচনাৰ জতুৱা ঠাঁচ, ঘৰুৱা শব্দৰ প্ৰয়োগ আদি বিশেষকৈ মন কৰি যতীন্দ্ৰনাথ দুৱৰা দেৱে বিনন্দ চন্দ্ৰ বৰুৱাক 'জাতীয় কবি' আখ্যা দিবলৈ বিচাৰিছিল।

## প্ৰসন্নলাল চৌধুৰী

বিদ্ৰোহী কবি প্ৰসন্নলাল চৌধুৰী (১৯০৮— )-ৰ বিষয়ে মহেশ্বৰ নেওগে কৈছে যে তেওঁৰ কবিতাখিনি বিদ্ৰোহৰ কবিতা—"এই বিদ্ৰোহ হ'ল যৌৱনৰ বিদ্ৰোহ, কংকালসাৰ কৃষকৰ বিদ্ৰোহ, দধীচি আৰু মণিৰামৰ আত্মত্যাগৰ দ্বাৰা, অন্তৰত ড্ৰাগনৰ বিষদাঁত উপ্ত কৰি, ব্ৰেজেন বুলেৰে পৃথিৱী চহাই দুৰ্মদ জাতি সৃষ্টি কৰাৰ ইনকুলাব।" 'অগ্নিমন্ত্ৰ' (১৯৫২) এওঁৰ কবিতাৰ পুথি।

কবিৰ কিছুমান কবিতাত যৌৱনৰ অমিত শক্তিৰ জয়গান গোৱা হৈছে। যৌৱন সপোন আৰু শক্তি দুয়োটাৰে পূৰ্ণত্বৰ কাল। প্ৰকৃত জগত আৰু মানৱ জগত দুয়োৰে বাবে যৌৱন এক মহিমাময় সময়। এই যৌৱনতেই উগ্ৰ ৰক্তৰাগ জাগি বাধাৰ প্ৰাচীৰ ভাঙি নতুনক গঢ়ি তুলিব পাৰি। 'পছোৱাৰ ডাক' নামৰ কবিতাটোত তেনে মনোভাৱ প্ৰকাশ কৰি কবিয়ে কৈছে—

দুৰ্যোগৰ ৰুদ্ৰ তাণ্ডৱেও
অভ্ৰভেদী গিৰি পৰ্বতেও
পথ তোৰ নোৱাৰে ৰুধিব ,
শ্ৰাৱণৰ বিদ্যুত বিদীৰ্ণ ৰন্ধ্ৰ পথ
মুক্ত সদা তোৰ বাবে,
জ্যোতিৰূপে যুগে যুগে প্ৰকাশি উঠিব।

সাধাৰণতে চৌধুৰীৰ কবিতা উগ্ৰ ভাবাপন্ন। শব্দ-সম্ভাৰো উতপ্ত লাভা-পিণ্ডৰ দৰে। শব্দ-প্ৰয়োগ তেওঁৰ কবিতাৰ অন্যতম সৌন্দৰ্য। কিন্তু দুই-এটা কবিতাত তেওঁৰ ভিতৰৰ ৰোমাণ্টিক কবিজনেও ভূমুকি নমৰাকৈ থকা নাই। তাৰে উদাহৰণ হ'ল 'বিদায়' নামৰ কোমল প্ৰেমৰ কবিতাটিত কবিয়ে প্ৰিয়াৰ পৰাও বিদায় লৈছে আৰু সংসাৰ-বিদায়ৰো আভাস দিছে। প্ৰিয়াক তেওঁ কৈছে,—

বিনদিনি লগৰী মোৰ অশ্ৰু মোৰ সখী
তুমি কিয় টানা কাষলৈ ?

আকৌ শেষত কৈছে,—

ই পথিক মিলি যাব সন্ধিয়া কিৰণত
বিজন বাটেদি গৈ দিগন্ত আঁৰত
কৰুণ সোণালী ৰেখা
লই যাব দেশে, দেশে
ক্লান্ত বায়ু সংগী হ'ব বাঁহীটি বজাই,
তুমি পৃথিৱীৰ পৰা চাবতো নোৱাৰা হেৰা !
আকাশৰ পৰা মোক দেখিব তৰাই।

এনে ধৰণৰ কোমলতা আৰু ভাবুকতা অৱশ্যে তেওঁৰ কবিতাৰ এক ব্যতিক্ৰমহে। পিছৰ কালৰ তেওঁৰ কবিতাত যি খং, বিদ্ৰোহ আৰু সচেতনতাৰ সুৰ ধ্বনিত হৈছে সিহে তেওঁৰ কবিতাৰ ঘাই সুৰ। 'শ্ৰীপঞ্চমী' কবিতাত তেওঁ ভাৰতীৰ পূজাৰ মাজেৰে দেশ-জননীৰ পূজাৰ ব্ৰত ল'বলৈ সাজু হৈ লক্ষ্য কৰিছে—

জাকে জাকে সৌ ক্ষুধিত লুব্ধ
শিশুৰ দল,
শিক্ষা-দীক্ষা-যত্ন-বিহীন,
কপালত লীন প্ৰতিভাৰ চিন
চাপিছে পূজাৰ থল।

লৌহ দুৰ্গ ভেদিবৰ বাবে আৰু শৃংখল ছিঙিবৰ বাবে নতুন যৌৱনক তেওঁ যি সুৰেৰে আহ্বান কৰিছে, তাত আছে জুই বৰষা সুৰ।

## পাৰ্বতীপ্ৰসাদ বৰুৱা

পাৰ্বতীপ্ৰসাদ বৰুৱা ( ১৯০২—১৯৬৪ ) আছিল ধাইকৈ এজন গীতি-কবি। গীতিকবিতাৰ কোমল ৰহস্যময়তাৰে ভৰা তেওঁৰ কবিতাসমূহ শব্দ-সম্ভাৰৰ আৰু ৰূপক ধৰ্মীতাৰ সুপ্ৰয়োগৰ বাবেও সুন্দৰ। 'লখিমী' ( ১৯৩১ ), 'গুণ্‌গুণ্', 'ভগা টোকাৰীৰ সুৰ' আদি পুথিৰ ৰচয়িতা এইজন দৰদী কবিৰ কবিতাত প্ৰকৃতি-জগত আৰু মানৱ-প্ৰাণ যেন এডালি সোণালী সূতাৰে বান্ধ খাই আছে। তেওঁৰ কবি-প্ৰাণত পৰা ৰবীন্দ্ৰনাথৰ কবিতাৰ প্ৰভাৱ মাজে মাজে অনুভূত হ'লেও থলুৱা মাটিৰ গোন্ধ আৰু নিভাঁজ অসমীয়া প্ৰাণৰ সুৰে কবিতাবোৰত বিশেষ সোৱাদ দান কৰিছে।

সাধাৰণতে জোনাক আৰু নিয়ৰৰ দৰে শীতল কবিতা লিখা কবিজনৰ মনৰ মাজত যি টি দাৰ্শনিক চিন্তাৰে ভাৰাক্ৰান্ত মন আছে তাৰ পৰিচয় পোৱা যায় 'আহিছোঁ ব'ৰাগী এন্ধাৰ বাটত' নামৰ কবিতাটোত। ব'ৰাগী কবি ইয়াত চিৰন্তন মানৱৰ প্ৰতীক। সমুখত চিৰ-অভেদ্য মহা ৰহস্যৰ ক'লা যৱনিকা লৈ তেওঁ জানিবলৈ বিচাৰে তাৰ সিপাৰে কি আছে। সংসাৰৰ এন্ধাৰ পথত জীৱনৰ জ্যোতি মাথোন সমল কৰি মানুহে সন্ধান কৰে চৰম তৃপ্তিৰ। যি পোৱা নাই তাকে পাবলৈ মানুহৰ চিৰকলীয়া হেঁপাহ। অতৃপ্তিৰ যেন শেষ নাই। মানুহৰ অতৃপ্ত প্ৰাণত যিহে জুৰণি দিব পাৰে, কবিয়ে তাকে বুলিছে সোণৰ সোলেং। সেই সোণৰ সোলেঙৰ সন্ধান মানুহে ওৰে জীৱন ধৰি কৰে। অথচ ৰহস্যময় অন্ধকাৰে ঢাকি ৰখা জীৱন-পথত সোণৰ সোলেং বিচাৰি পোৱা টান। কবিয়ে দেখে—

মহাজীৱনৰ বন্তি জ্বলিছে, চৌদিশ উজলাই,
দুৰণিৰ পৰা এফেৰি আভাস মাথোঁ দেখিবলৈ পায়।
জীৱনৰ চগা উৰা মাৰি যায়
ধৰোঁ ধৰোঁ কৰে, বিচাৰি নেপায় ,
যিমানেই যায় কাষ চাপি তাৰ সিমানেই আঁতৰি যায়।

ছাঁ-পোহৰে ভৰা সেই সপোন-মাধুৰী দেখি মানুহ মতলীয়া হয়। অথচ সেই সপোন চিৰকালেই সপোন, তাক ধৰা নাযায়। আকলুৱা মানুহে সপোনৰ ৰাগিত মতলীয়া হৈ প্ৰকৃতিৰ মাজত ৰূপৰ পোহাৰ দেখিবলৈ পায়। ৰহস্যবাদীয়ে সন্ধান কৰে সেই ৰহস্যৰ। সন্ধানীসকলে জীৱনৰ সিপাৰৰ আঁৰ কাপোৰ উদঙাই চাবলৈ ব্যগ্ৰ হৈ পৰে। কিন্তু প্ৰকৃততে সপোন দেখাতে

নিৰ্ভৰ কৰে সপোনৰ সৌন্দৰ্য। হয়তো সপোনৰ ধনক কেতিয়াবা দিঠকতো পোৱা যাব পাৰে। কিন্তু সপোনৰ আচল সাৰ্থকতা হ'ল প্ৰাণৰ মাজত এক ৰূপ-তৃষ্ণা জগাই তোলাটোহে।

## 'শুকুলা ডাৱৰ ঐ কছুৱা ফুল'

গীত-কবিৰ এইখন শাৰদী কাব্য। ভাৰতীয় সাহিত্যত শৰতে সদায়ে শুভ ঋতুৰ মৰ্যাদা পাই আহিছে। পাৰ্বতি প্ৰসাদেও শুকুলা শৰতৰ মনোমোহা ছবি আঁকিছে তেওঁৰ কবিতাত। শৰতৰ শান্ত স্নিগ্ধ ৰূপৰ মহিমা দেখি তেওঁ অনুভৱ কৰিছে—

আজি নীল আকাশতে শুকুলা ডাৱৰৰ
ধূলি উৰুৱাই
সৌ পদূলিয়ে আহিছে হৰলা
শাৰদী লখিমী আই।

শৰতক তেওঁ 'এটি ফুল তোলা ল'ৰা' ৰূপেও সজাই চাইছে। কেতিযাবা আকৌ ৰূপমুগ্ধ কবিযে শৰতক' ভূষিত কৰিছে 'কোঞৰ' আখ্যাৰে। গোটেইখন পুথিতে ভাব, ভাষা আৰু ছন্দৰ অদ্ভুত এক মাযাজাল। প্ৰতিটো থাপ খাই পৰা শব্দ যেন সাতসাগৰ সিঁচি বিচাৰি অনা একো একোটি মুকুতামণিহে। শব্দৰ গাঁথনিতো তেওঁ দক্ষ কাৰিকৰ। নিজকে ব'ৰাগী আখ্যা দি লোকগীতৰ সুৰীযা ঠাঁচেৰে তেওঁ কবিতা লিখিছে। এইবোৰ কবিতাও, গীতো। 'নিশা হ'ল পৰভাত', 'ধৱলী বৰণ' আদি বৰগীতত ব্যৱহৃত শব্দ তেওঁ সযত্নে ব্যৱহাৰ কৰিছে। তেওঁৰ কবিতাত আছে "ওপাঙি আহিলে লেক্‌লৌ পৰুৱা, শুকাবৰ বাঢ়নি পানী", "তাৰ নাও বোলে হেনো শৰত কোঞৰ" আদি বাক্যাংশ। ইয়াৰ লেক্‌লৌ পৰুৱা, শুকাবৰ বাঢ়নি পানী, নাও আদি শব্দই কবিতাবোৰত এটা মাটিৰ গোন্ধ দিছে। কেতিয়াবা আকৌ ব'ৰাগী কবিয়ে 'ধূপ-ছায়া' জাতীয নতুন শব্দৰো ব্যৱহাৰ কৰিছে। তেওঁৰ 'ধাননীৰ ধূপছায়া'ৰ লগত তুলনীয় ৰবীন্দ্ৰনাথৰ "ধানের ক্ষেতে রৌদ্র-ছায়ায় লুকোচুরি খেলা"ৰ বৰ্ণনা।

কবিৰ চিত্ৰকল্পৰ ব্যৱহাৰো সুন্দৰ। তেওঁৰ চকুত পৰে ডাৱৰেৰে সৈতে সুৰুযৰ যুঁজ অথবা পোহৰৰ কঁড়েৰে ডাৱৰে সংৰুষক কৰা বিতাড়ন। তেওঁ শুনিবলৈ পায় মাটিৰ বুকুত মেঘৰ সুৰ। হয়তো বা প্ৰকৃতিৰে সৈতে একাত্ম আৰু ঘনিষ্ঠ হোৱাৰ বাবেই প্ৰকৃতিযে তেওঁক দিছে বিবিধ শিক্ষাৰ পাঠ। কাৰণ

প্ৰকৃতিপ্ৰিয় হৃদয়ক সদায়ে প্ৰকৃতিয়ে দিয়ে বিভিন্ন অভিজ্ঞতাৰ উপহাৰ। পাৰ্বতীপ্ৰসাদৰ নয়ন নীলিমাৰ ৰূপ সাগৰত বুৰ গৈছে। তেওঁ দেখিছে মাথোন সৌন্দৰ্যৰ মহামেলা। এই সৌন্দৰ্য নয়নত প্ৰতিভাত হোৱাৰ পিছত তেওঁ হৃদয়ত অনুভৱ কৰিছে—

বাহিৰত যি ৰূপ কায়া
ভিতৰত তাৰ পৰে ছায়া
হিয়াৰ মাজত অপৰূপে
কৰিছে মন হৰণ

কথিত শব্দৰ সঘন প্ৰয়োগৰ মাজতে কবিয়ে পাঠকক কল্পলোকৰ ৰম্যবনত উপস্থিত কৰায়গৈ। "কোনোবা পৰীৰ ডেউকা দুখনি মনে মনে কৰি চুৰ" তেওঁ মহাশূন্যত উৰি ফুৰিছে, অথচ "দূৰে দূৰে ভুমুক মাৰি" পোহৰ-উজ্জ্বল-ৰূপ-জেউতি'ত কবিৰ হৃদয়-হৰণ কৰোঁতাজনক তেওঁ লগ ধৰিব পৰা নাই। শেৱালিৰ মাদকতা ভৰা সুবাসত, ব'দ পৰি তিৰ্বিৰোৱা নিয়ৰকণাত, লুইতৰ দুপাৰে গা ভাঙি নচা কহুৱা বনৰ মাজত সেই পৰম সুন্দৰক এপলক পালেও নিমিষতে তেওঁ হেৰাই যায়। কবিয়ে দেখা পায় এটোপাল নিয়ৰতে জ্যোতিৰ্ময় সুন্দৰৰ প্ৰকাশ। অথচ—

হাতেৰে ধৰিলে পোহৰ সৰি পৰে
ব'ৰাগী বলীয়া হয়,

'বীণ-ব'ৰাগী'ৰ কবিয়ে নিয়ৰ বিন্দু দেখি "ফুলনিত কোনে নিশা-নাচিছিল, ছিগি বৈ গ'ল মণি" বুলি কোৱাৰ দৰে আমাৰ কবিয়েও কৈছে—

জোনাকী নিশাত কাৰে ঐ
মুকুতাৰ মণি সৰি গ'ল ?
জানোচা শৰতে এৰি থৈ গ'ল ?

অন্য এক দিখৌপৰীয়া কবি দুৰ্গাৰ কবিতাৰ জনপ্ৰিয় চিত্ৰকল্পৰ সদৃশ প্ৰয়োগো পাৰ্বতীপ্ৰসাদৰ কবিতাত দেখা যায়। টুলুঙা নাও, সেউজী পাম আদিৰ প্ৰতীক ব্যৱহাৰ কৰাৰ বাহিৰেও দুৰ্গাৰ "সোণালী ৰথত আলোকি বিমান, মাৰিলে সুৰুযে সোণালী কাড়"ৰ সাদৃশ্যত কৈছে—

পোহৰৰ কাড়েৰে ডাৱৰ সৰকালে
আন্ধাৰ কৰবালৈ গ'ল।

পাৰ্বতীপ্ৰসাদৰ—

নিলগত জিলিকা চাপৰিটি চাই
টুলুঙা নাওখন বা
আকৌ চোন এবাৰ জীৱনৰ তোৰ
সেউজী পামলৈ যা।

এই কবিতা কেইফাকিত দুৰৰাৰ কবিতাৰ সুস্পষ্ট প্ৰতিধ্বনি কাণত পৰে। শান্তিৰ আশ্ৰয় বুজাবলৈ সেউজী পাম আৰু অশান্তিৰ আধিক্য বুজাবলৈ তমোময় ৰ'দ অতি সাৰ্থক প্ৰয়োগ। শব্দৰ এনে সাৰ্থক প্ৰয়োগে পাৰ্বতী-প্ৰসাদৰ কবিতাক, মোহিনী গুণ দিছে।

জীৱন বিলাসী আৰু পোহৰ প্ৰয়াসী কবিয়ে জীৱনক ভাল পায়—ইয়াৰ সকলো সৌন্দৰ্যৰে সৈতে। পোহৰৰ হাতত আন্ধাৰৰ পৰাজয়ৰ মাজত তেওঁ বিচাৰি পায় অভিনৱ অৰ্থ। পাৰ্থিৱ দৃশ্যপটৰ বুকুতে তেওঁ আৱিষ্কাৰ কৰে অপাৰ্থিৱ সৌন্দৰ্য। ফলত তেওঁৰ কবি-হৃদয় আনন্দৰ অনুভূতিৰে উচ্ছ্বসিত হৈ উঠে—

ওৰে ৰাতি অন্ধকাৰত
আছিলে মোৰ দুৱাৰ বন্ধ
কোনে আহি দিলে মেলি,
সোণৰ পোহৰ দিলে ঢালি ?
কি আনন্দ, কি আনন্দ।

অন্ধকাৰৰ প্ৰাচীৰ ভাঙিবলৈ কবিসকলে যুগে যুগে পোহৰৰ সন্ধান কৰি আহিছে। আমাৰ কবিয়েও সেই জ্যোতিৰ বন্দনা গাইছে, যি হৃদয়ৰ অলিন্দৰে সোমাই আহি সকলো সুন্দৰ বস্তুকে প্ৰতিভাত কৰি তোলে। তেওঁৰ চকুত পৰিছে শাৰদী সৌন্দৰ্যৰ মহামেলা, অপৰূপ ৰূপৰ জেউতি। এই শুভ্ৰ সৌন্দৰ্যত প্ৰতিবিম্বিত হৈছে যি জ্যোতিৰ্ময় সত্তা—তাৰে সন্ধানত কবি বিয়াকুল। "জোনাকত উটা কিহবাৰ ৰাগী"য়ে মতলীয়া কবি তেওঁক বৰাগীত পৰিণত কৰিছে। সীমাৰ মাজত অসীমৰ সন্ধান কৰা ব'ৰাগীৰ বীণৰ প্ৰতিটো ৰেপতে তেওঁৰ অন্তৰৰ আকুল কামনা মূৰ্ত হৈ উঠিছে। সমুখত তেওঁৰ সীমাহীন পথ। পথৰ দুয়োকাষে শৰতৰ ৰূপ-ছবি। পথৰ শেষত হয়তো চিৰসুন্দৰৰ অপৰূপ দেশ। ব'ৰাগী কবিৰ মন যেন ৰাজহংস হৈ উৰি যাব

খোজে—সেই দেশলৈ। মুক্তি আৰু গতিৰ প্ৰতীক এই ৰাজহাঁহ যি মানস সৰোবৰত সৌন্দৰ্যপদুম বিচাৰি অকলেই যাত্ৰা কৰে। কবিৰ কথা—

সোণৰ পদুম বিচাৰি যাওঁ
পদুম বনত মৃণাল উভালি খাওঁ

পদুম পংকজ—অথচ গাত তাৰ পংকৰ চেকা নালাগে। এনে এটি সৌন্দৰ্য-কমলৰ সন্ধানত কবিৰ হৃদয়-হংসই গতি কৰিছে পৰম-প্ৰাপ্তিৰ সৰোবৰক লক্ষ্য কৰি।

পাৰ্বতীপ্ৰসাদৰ গীত আৰু কবিতাত "এটি প্ৰসন্ন ভাব, প্ৰকৃতিত, বিশেষকৈ শৰতৰ প্ৰকৃতিত আনন্দ আৰু শেৱালিৰ দৰে কোমল প্ৰকাশ অনুভৱ কৰিব পাৰি, ভাষাত সদায় এটি ঘৰুৱা আপোন ভাব, চিত্ৰকল্পত চিনাকি স্পৰ্শ।" এইবোৰ অন্তৰপৰশা লক্ষণেৰে পুষ্ট তেওঁৰ কবিতাবোৰ গীতৰ দৰে মধুৰ আৰু গীতবোৰ কাব্যিক সৌন্দৰ্যৰে অনুপম।

## কমলেশ্বৰ চলিহা

১৯২২ চনত 'সংসাৰী' নামে দীঘল কবিতা এটি কিতাপ ৰূপে প্ৰকাশ কৰাৰ পিছত কমলেশ্বৰ চলিহাই 'কণমৌ', 'গুণ্ গুণ্' (১৯৩১), ঋতা, ছন্দিতা (১৯৪১) আদি খুদ খুদ কবিতাৰ পুথি প্ৰকাশ কৰিছিল। এওঁৰ কবিতাবোৰ শুৱলা আৰু কিছুমানত কেতিয়াবা ৰবীন্দ্ৰনাথৰ কাব্য-ছন্দৰ দেখনেদেখ প্ৰভাৱ বিচাৰি পোৱা যায়।

'সৰিয়হনি' তেওঁৰ এটি ভাল কবিতা। নৈৰ দাঁতিৰ পথাৰ খনিত সৰিয়হ ফুলৰ ঢৌ খেলা ৰূপ দেখি উতলা হৈ উঠা মনেৰে তেওঁ অগাধ ৰূপ-সাগৰত ভৰি দিছে। তেওঁৰ হৃদয়ে যেন সেই সৌন্দৰ্যৰ ভাৰ সহিব পৰা নাই। তেওঁৰ অনুভৱ—

সৰিয়হ ফুলৰ কোমল পৰাগবোৰ
ক'লৈ উৰি যায় নাজানো
লাগিল গাত মোৰ।
সেই লগাতে অকস্মাতে
দিলে দুৱাৰ ঠেলি,
সেই দুৱাৰে ফুলৰ বুকুত
সোমালোঁ বাহু মেলি।

প্ৰকৃতি জগতৰ সুন্দৰতাৰ দৰে মানৱ-জীৱনৰ অনিত্যতাৰ প্ৰতিও কবি সজাগ। 'মৃত্যুত' নামৰ কবিতাত জীৱনৰ নশ্বৰতাৰ প্ৰতি সজাগ কৰিয়ে তথাপিও মানৱ-জনমৰ মহিমা গাইছে—

আজিৰ দিনেও মোক অন্তহীন এই কথা কয়
শ্ৰেষ্ঠ এই মানৱ জীৱন,
গহনৰ বাটৰুৱা নিৰ্শ্বিকাৰ গম্ভীৰ নিৰ্ভয়
পদক্ষেপ জনম মৰণ।

## জ্যোতিপ্ৰসাদ আগৰৱালা

জ্যোতিপ্ৰসাদ আগৰৱালাৰ শিল্প-চেতনা আৰু সাহিত্যিক-প্ৰতিভাৰ বৈচিত্ৰ্যৰ তুলনাত তেওঁৰ কবি প্ৰতিভাই বিশেষ গুৰুত্ব পোৱা নাই। নাট্যকাৰ আৰু গীতিকাৰ তথা সুৰশিল্পী ৰূপে জনপ্ৰিয় ৰূপকোঁৱৰৰ কবিতাসমূহো বিশেষ গুণেৰে সমৃদ্ধ। দেশপ্ৰেম আৰু জাতীয় চেতনা তেওঁৰ কবিতাৰ ঘাই সুৰ। তেওঁ সৌন্দৰ্যৰ পূজাৰি আছিল। কিন্তু সেই সৌন্দৰ্য তেওঁ বিচাৰি পাইছিল তেওঁৰ মাটি আৰু মানুহৰ মাজত। তেওঁৰ কবিতা আছিল দিঠকৰ ওপৰত আধাৰিত, কল্পনাৰ ৰহণ তাত কম। নৰ-নাৰায়ণ ৰূপী দেশৰ মানুহৰ প্ৰতি অন্তহীন শুভ ইচ্ছা আৰু সেই মানুহক ছলাহি কথাৰে ভুলাই নিজৰ স্বাৰ্থ পূৰণ কৰা তথাকথিত নেতাসকলৰ প্ৰতি সাৱধান-বাণীও তেওঁৰ কবিতাত পোৱা যায়। সমাজ আৰু সময়লৈ অহা নতুন নতুন পৰিৱৰ্তনসমূহৰ প্ৰতিও তেওঁ সচেতন আছিল।

দেশ-কাল-সমাজৰ সকলো সমস্যা আৰু প্ৰতিবন্ধকৰ বিষয়ে সচেতন জ্যোতিপ্ৰসাদৰ কবিতাসমূহক কোমল কৰিছে এক সৌন্দৰ্যসন্ধানী মনৰ [illegible]চয়ে। গীত আৰু কবিতাত এই সুন্দৰৰ প্ৰকাশে এক মনোৰম আকৰ্ষণৰ সৃষ্টি কৰিছে।

'সুন্দৰৰ জয়যাত্ৰা' নামৰ কবিতাটিৰ মাজত কবি জ্যোতিপ্ৰসাদে সুন্দৰক এক ৰহস্যময় শক্তিৰূপে অনুমান কৰিছে। সুন্দৰ তেওঁৰ বাবে পৰম ব্ৰহ্মৰেই যেন অন্য এক নাম। কাৰণ তেওঁ সুন্দৰক আখ্যা দিছে সত্য আৰু অনাদি-অনন্ত ৰূপে। তেওঁৰ বাবে সুন্দৰ হ'ল অন্তহীন সৌন্দৰ্যৰ উৎস। সৌন্দৰ্যৰ অন্য নাম আনন্দ। সেই সুন্দৰক—

বিচৰাতে চিৰানন্দ
তই কিৰণানন্দ
পৰমানন্দ
অমৃত ভাণ্ড কৰি দিয়া দান
বিশ্বজীৱন জ্যোতি-প্ৰাণ।

যুগে যুগে মানুহৰ সৌন্দৰ্য-সন্ধানৰ অন্ত নপৰে। সকলো গীত, ছবি আৰু কবিতাৰ মাজত সেই সুন্দৰৰ সীমাহীন ৰূপৰ এটি কণিকা প্ৰকাশ কৰিবলৈ মানুহৰ কিমান হেঁপাহ অথচ সুন্দৰৰ যথাযোগ্য প্ৰকাশ কৰা ক্ষুদ্ৰ মানৱৰ বাবে সম্ভৱ নহয়। কবিয়ে কৈছে—

'তোৰ গান গানৰো অতীত
হৃদয়-বীণত তাক তুলিব নোৱাৰো অ'-
মাথো মোক কৰিছে মোহিত।'

সুন্দৰৰ গীতৰ সুৰ সৌন্দৰ্য-পিয়াসী মানুহৰ মনৰ মাজত প্ৰতিধ্বনিত হয়। কিন্তু সেই সুৰৰ স্বৰলিপি কৰি উলিয়াবলৈ মানুহৰ ভাৱ-ভাষা আৰু লয়ৰ অভাৱ। সুন্দৰ ক'ত থাকে তাৰো কোনো নিৰ্দিষ্ট ঠাই নাই। সুন্দৰ ব্যাপ্ত হৈ থাকে দেশে-দেশে বিদেশে-বিদেশে,—

বাটে বাটে ঘাটে ঘাটে
কত কত নৱ দেশ
মনোময় অশেষ বিশেষ
সৌন্দৰ্যৰ কত মহাদেশ
বিবিধ বেশৰ সমাবেশ।

সুন্দৰ থাকে সুন্দৰ পিয়াসী কবিৰ মনত। তেওঁ বাহিৰত দেখা পায় [redacted] সুন্দৰৰ নানা ৰূপৰ প্ৰকাশ। পৰ্বতে ভৈয়ামে ঘাঁহে-ফুলে-পাতে সেই ৰূপৰ ঘটে ৰূপান্তৰ। ৰূপান্তৰৰ ৰহস্যই কবিক বলিয়া কৰে, বৈৰাগী কৰে। বৈৰাগী কবিয়ে সুন্দৰৰ মহামন্ত্ৰ গাই নৱসৃষ্টিৰ বোধন কৰে। কিন্তু কবি সদায়ে মগ্ন হৈ থাকে সুন্দৰক পায়ো হেৰুওৱাৰ বেদনাত। ধৰা দিও ধৰা নিদিয়া সুন্দৰ যেন এক সীমাহীন ৰহস্য। নিজেই ধৰা নিদিলে তেওঁক পোৱা টান। কবিৰ অনুভৱ—

আজি আৰু মই নাই
নাই আৰু মই
ময়েই যে তই হলো
তই হলো মই।

জ্যোতিপ্ৰসাদৰ বাবে সুন্দৰ কেৱল অলৌকিক জগতৰ অপাৰ্থিৱ আনন্দৰ গৱাকীয়েই নহয়। সুন্দৰ হ'ল মানুহৰ প্ৰাণে প্ৰাণে থকা এক মহাশক্তি। সুন্দৰৰ সন্ধান পায় শিল্পীৰ প্ৰাণে

শিল্পী মই পোহৰৰ বাটে বাটে যাওঁ
চিৰ সুন্দৰৰ মই অনন্তধ্যানী হৈ
সৌন্দৰ্যৰ বৈচিত্ৰ্যেৰে
নৱ নৱ ধেমালিৰে
আনন্দ বিলাওঁ
ঘৰে ঘৰে নতুনৰ চাকিটি জ্বলাওঁ।

এই সুন্দৰ যেন মানুহৰ পূৰ্ণতাৰ হেঁপাহৰ মূৰ্তিমন্ত ৰূপ। যুগে যুগে মানুহৰ মনত আছে এক অতৃপ্তিৰ অনুভৱ। কিবা এক নাই নাই ভাবে মানুহক উতলা কৰে। কবি আৰু শিল্পীয়ে সেই অতৃপ্তিৰ পৰা ৰক্ষা পাবলৈ অলৌকিক এখন জগতৰ অপাৰ্থিব আনন্দৰ সন্ধান কৰে। তেওঁলোকে আনন্দ বিলাই দিবলৈ বিচাৰে জনতাৰ প্ৰাণে প্ৰাণে। আনন্দৰ বিজন উৎস, তেঁৱেই হ'ল সুন্দৰ। তেওঁ হ'ল কবি-প্ৰাণৰ পূৰ্ণতাৰ সপোন, শিল্পীৰ সফলতাৰ চৰম ৰূপ।

জ্যোতিপ্ৰসাদৰ সুন্দৰ গীত আৰু কবিতাৰ মাজতেই কেৱল বিচাৰিব-লগীয়া শক্তি নহয়। মানুহৰ সকলো শুভশক্তিৰ মাজতেই এই সুন্দৰ নিহিত হৈ থাকে। 'জ্যোতি শংখ' কবিতাত তেওঁ কৈছে—

সুন্দৰ সেৱী দল
অথলে নাযায়
তোৰ ফুল জল
তোৰ পূজাভাগ নহ'ব বিফল
আহ্বান কৰ
তোৰ কোষালৈ
সকলো তীৰ্থৰ জল।

অসমীয়া ভাষা-সংস্কৃতিক নতুন ৰূপেৰে সজাই-পৰাই বিশ্বসভালৈ আগবঢ়াই নিয়াটোকো তেওঁ সুন্দৰৰ পূজা আখ্যা দিছে। অসমৰ হেৰোৱা দিনৰসকলো গৌৰৱ পুনৰ ঘূৰাই অনাৰ প্ৰচেষ্টাই হ'ল সুন্দৰৰ সেৱা। দেশপ্ৰেম আৰু উচৰ্গাৰ মনোভাৱক গুৰুত্ব দি তেওঁ কৈ উঠিছে—

সুন্দৰসেৱীৰো তয়ে
জ্যোতিৰূপা
ওলা, ওলা, অসমীয়া ৰমণী।

মুঠতে, তেওঁৰ 'সুন্দৰ' এক শুভ আৰু মংগলময় শক্তিৰ প্ৰতীক। আন্ধাৰৰ পৰা পোহৰলৈ কৰা যাত্ৰা পথত সুন্দৰেই হ'ল উজ্জ্বল প্ৰেৰণা। মানুহৰ প্ৰাণে প্ৰাণে সুন্দৰ লুকাই থাকে, বিশ্ব-সংসাৰৰ প্ৰতিটো বস্তুৰ মাজত বিয়পি থাকে। কিন্তু অজ্ঞ মানুহে সুন্দৰক চিনি নাপায় আৰু সুন্দৰক বিচাৰিবলৈ পথৰো সন্ধান নাজানে।

জ্যোতিপ্ৰসাদৰ সমগ্ৰ ৰচনাৰ মাজত সুন্দৰৰ প্ৰতি থকা তেওঁৰ ধাৰণা ফুটি উঠিছে যদিও কবিতাসমূহৰ মাজত যেন এই 'সুন্দৰ' বেছি উজ্জ্বল আৰু বেছি সুন্দৰ হৈ জিলিকি উঠিছে।

জ্যোতিপ্ৰসাদৰ কবিতাবোৰৰ দৰে গীতবোৰো স্বকীয়া সৌন্দৰ্য্যৰে ভৰপূৰ। প্ৰকৃততে গীতবোৰ বেছিহে সুন্দৰ, বেছিহে মনোমোহা। তেওঁৰ গীত বুলিলেই জুইৰবৰষা অনুভৱৰ কথা মনলৈ আহে যদিও তাৰ মাজে মাজে শান্ত-শীতল অনুভূতি এটিও বহুতো গীতত বিৰিঙি আছে। প্ৰেম, দেশপ্ৰেম, আশাবাদ আৰু প্ৰেৰণা দানৰ সুৰেৰে ভৰা গীতবোৰৰ মাজেদি জ্যোতিপ্ৰসাদৰ সুন্দৰ ধ্যানৰ ছবিও স্পষ্ট।

ফুল-তৰা-গীতৰ মাজত জিলিকে যি সুন্দৰ, সীমা-অসীমৰ বাধা নমনা জ্যোতিত উদ্ভাসিত যি সুন্দৰ, তেওঁকেই জ্যোতিপ্ৰসাদে নতুন ৰূপেৰে চাইছে গীতৰ মাজত। সহজ-সৰল দীন-দৰিদ্ৰৰ মাজত ভৱিষ্যতৰ সম্ভাৱনা তেওঁ লক্ষ্য কৰিছে। সেই সম্ভাৱনাতে আছে সুন্দৰৰ প্ৰকাশ—

গাঁৱৰে জুপুৰিৰ ইকৰাৰে সজা
তাতে থাকে ভৱিষ্যৰ
আধাপেটী ৰজা
আজি সুন্দৰে তাতে বহি
শাক ভাত খায়
তোৰ আধাভগা গছাটোত
নুনমুৱা চাকি জ্বলায়।

সেই জুপুৰিত থকা গাঁৱৰ ল'ৰাই যদি সুন্দৰৰ গানৰ সুৰ বুজি পায়, তেন্তে, তেওঁৰে ভাষাত—

মন ধুনীয়া গাঁৱৰ ল'ৰা
পৃথিৱীৰেই চকুত পৰা
হীৰা-মাণিক হবি।

জ্যোতিপ্ৰসাদৰ মনত আছিল সকলো অবিকশিত সৌন্দৰ্য্যৰ আৱৰণ গুচোৱাৰ প্ৰয়াস। য'ত 'নুফুলাৰ ৰূপ মাধুৰীযে ফুলিবলে' পাতে সভা,' সেই অৰূপ দেশত পুৱাৰ সপোন দেখা সন্ধিযাক তেওঁৰ নতুন পোহৰৰ অতুল সম্ভাৱনাৰে ভৰপূৰ বুলি কল্পনা কৰিছে। তেওঁ দেখিছে 'ন জোনটিৰ বুকুত বাঢ়ে পূৰ্ণিমাৰেই জোন'। অহাকালিৰ অমিত সম্ভাৱনাৰ মাজতে আত্মগোপন কৰি আছে তেওঁৰ সুন্দৰে।

প্ৰতি মানুহৰ মাজতে আছে সুন্দৰ। পৃথিৱীৰ প্ৰতিটি কণাতে আছে সুন্দৰৰ বীজ। এই সুন্দৰক মানুহে বিচাৰি নাপায় নিজস্ব মূঢ়তাৰ বাবে—

জানো জানো সুন্দৰ
পৃথিৱীযে তোক চিনি নাপায়
নিজৰ মুখনি যি
দাপোণত কোন কালে নিজে দেখা নাই
তাৰে ছবি আঁকি মই তাৰে আগতে দিলে
সিনো কেনেকৈ চিনি পায়?

সুন্দৰৰ প্ৰতিবিম্ব আছে মানুহৰ মাজতে। গতিকে সকলো মানুহেই সুন্দৰ। সেই মানুহৰ মনত নিৰন্তে শুই থাকে পূৰ্ণতাৰ সপোন। সেই সপোনো সুন্দৰ। কাঁইটীয়া বনত ফুৰা সেই অজেয় সপোনে ৰঙা তেজৰ মণি মুকুতাৰে নিজকে সজাই তোলে। সেই সপোনৰ অপূৰণ তৃষ্ণাই মানুহক শিল্পীত পৰিণত কৰে। মহাশিল্পী চিৰসুন্দৰে ৰচনা কৰা এই পৃথিৱী মানুহে আৰু সুন্দৰ কৰি তোলে তেওঁৰ শিল্পী-প্ৰাণৰ পৰশ ঢালি। শিল্পীৰ মাজেদি প্ৰকাশ পায় চিৰন্তন মানৱৰ সৌন্দৰ্য্যতৃষ্ণা।

জ্যোতিপ্ৰসাদৰ বাবে সুন্দৰৰ ধাৰণা হ'ল সকলো শুভশক্তিৰ মাজত থকা অসীম এক সম্ভাৱনা। পৃথিৱী শুদ্ধ আৰু সত্যৰ আধাৰ। মাটিৰ জীৱনত আছে সৰগৰ উৰণীয়া শোভাতকৈ বেছি মায়া। সেয়েহে—

সোঁ আকাশত নীহাৰিকা উৰে
কত জীৱন কত ৰূপৰ
কত গুণৰ
ৰন্ধ গন্ধ গানৰ সুৰৰ
প্ৰকাশ প্ৰেৰণা
মাটি পানীৰে ৰূপ ল'বলৈ
বিশ্বভুৱন ঘূৰে।

অপ্ৰকাশৰ বেদনাৰে ভৰা সেই প্ৰকাশৰ আকাঙ্ক্ষাই হ'ল সৌন্দৰ্যৰ স্বৰূপ। সকলো সৌন্দৰ্যময় বস্তুৰ পূৰ্ণতাৰ মূলতে আছে মহান এক শক্তিৰ হাত-ৰূলনি—

সুন্দৰে যে ফুলাৰ মন্ত্ৰ
অহোৰাত্ৰি মাতে
সেইহে আজি ইমান ফুলে
প্ৰভাতে প্ৰভাতে।

সেই মহান শক্তিয়েই সুন্দৰ।

মানৱৰ চিৰন্তন বন্ধু সুন্দৰ। ঘাত-প্ৰতিঘাতে ভৰা সংসাৰ-পথত মানৱৰ মাজত থকা মানৱত্ব অটুট ৰাখিবলৈ সুন্দৰে প্ৰেৰণা যোগায়। সুন্দৰে মানুহৰ আগত দাণ্ডি ধৰে অজেয় আশাৰ ইন্দ্ৰধনু। শিল্পীয়ে অনুভৱ কৰে—

সেই ইন্দ্ৰধনু পিন্ধি মই,
আগবাঢ়িছো বিশ্বসভালৈ
সেই মহাসভাৰ গান ৰচিছোঁ
তোৰ পূজালৈ।

বন্ধু সুন্দৰ!

জ্যোতিপ্ৰসাদৰ 'সুন্দৰ' কল্পনাৰ অবাস্তৱ সত্ত্বা নহয়। বাস্তৱৰ জগতত ঘটা সকলো নতুন আৰু মহান ঘটনাকো তেওঁ সুন্দৰৰ আশীৰ্বাদ ৰূপে গণ্য কৰিছে। তেওঁ ভাৱিছে,

বিজুলি চাকি জ্বলিল ঘৰে ঘৰে
কাৰ সাধনাত সুন্দৰ নামি
জগৰ্ত পোহৰ কৰে।

বিজ্ঞানে আনি দিয়া প্ৰগতিয়ে পৃথিৱীত যি নতুন আশাৰ সূচনা কৰিছে, সেই আশাৰ মাজত কাব্যিক কোমলতা নাথাকিলেও কঠোৰ দিঠকৰ মাজতে অধিক পূৰ্ণতাৰ প্ৰতিশ্ৰুতি আছে। সেয়েহে তেওঁৰ অনুভৱ—

আজি জাগিছে
সুন্দৰৰেই পৰমাণৱিক স্বৰূপ
আজি জনতাৰ জাগিছে বিশ্বৰূপ।

নিজৰ মহাশক্তিক নতুন ৰূপেৰে সজাই জনতাই মহাসুন্দৰ ৰূপ ধৰা তেওঁ প্ৰত্যক্ষ কৰিছে। সেই ৰূপৰ শিখা অম্লান হৈ থকাৰ কামনাৰ প্ৰকাশ কৰি তেওঁ কৈছে—

শিল্পী ৰূপেৰে ওলা জনতা
সুন্দৰৰেই বিৰাট স্বৰূপ ধৰি।

জনতাৰ মাজত সুন্দৰক প্ৰত্যক্ষ কৰিবলৈ তেওঁৰ আছে এযুৰি মনৰ চকু। তেওঁ দেখে জনতাই সুন্দৰ, সুন্দৰেই জনতা। জনতাৰ পোহৰ পৰা মনত আছে আগবাঢ়ি যোৱাৰ বাসনা। নতুন নতুন ধ্যান-ধাৰণাৰে ভৰপূৰ হৈ উঠা জনতাৰ মনৰ জ্যোতিত অনাগত দিন পোহৰেৰে ভৰি উঠাৰ আশাৰে তেওঁ কৈছে—

নতুন গানৰ
নতুন প্ৰাণৰ
নতুন হাঁহিৰ সুন্দৰৰেই জয়।

হাজাৰ জনৰ মাজৰ এজন হৈ তেওঁ কৈছে, হাতুৰীৰে, বটালীৰে, পৰমাণৱিক আৱিষ্কাৰৰ সুফলেৰে আৰু শিল্পী কবি প্ৰাণৰ সুষমাৰে যন্ত্ৰ-যুগত সৌন্দৰ্য আনিব লাগিব মানুহেই,

কৰিম আমি
পৃথিৱী মনোময়
নতুন হাঁহিৰ সুন্দৰৰেই জয়।

কবি জ্যোতিপ্ৰসাদৰ কল্পনাত আছে সুন্দৰৰ এনে এখন দেশ, য'ত নৰ-কংকালে নতুন যৌৱন পায়, ছায়াই কায়া ধৰে। তাত সাগৰ নগৰ হয় নগৰ সাগৰ হয়। তাত 'জন জীৱনত কবিতা ফুলিছে পৃথিৱী আলোকময়' কৰি আৰু তাত 'মন্ত্ৰ উঠিছে ফুকাৰি চিৰসুন্দৰৰ জয়।' এই অৰূপ দেশ-খনি মানুহৰেই দেশ, অবাস্তৱ কোনো সপোন নহয়।

জ্যোতিপ্ৰসাদৰ গীত আৰু কবিতাৰ মাজত আছে সুন্দৰৰ আমন্ত্ৰণ মন্ত্ৰ। মানৱ-জগত পৃথিৱীখনক তেওঁ অসীম সুন্দৰৰ লীলাভূমি বুলি মানিছিল। মানুহৰ মাজত প্ৰকাশিত হ'বলৈ বাটচাই থকা সকলো শুভ শক্তিয়েই সুন্দৰৰ আধাৰ। সেয়েহে তেওঁৰ কবিতাত দেশ আৰু মানুহৰ উজ্জ্বল বিকাশৰ বাবে আছে সুন্দৰৰ আমন্ত্ৰণ, নিমন্ত্ৰণ আৰু বোধনৰ মন্ত্ৰ।

### অন্যান্য কবিসকল

আলোচিত সময়ছোৱাৰ ভিতৰত আৰু বহুতো কবিয়ে কবিতা ৰচনা কৰি নিজ সামৰ্থ্যৰে সাহিত্য-জগতত অৰিহণা যোগাই গৈছিল। সেই আটাইকেইজনেই যে সাৰ্থক কবি আছিল এনে নহয়। দুই-এজনৰ দুই-এটি ভাল কবিতাই কবিতাৰ বুৰঞ্জীত স্থানৰ দাবী কৰে যদিও কবি হিচাপে তেওঁৰ অৱদান কেতিয়াবা সংখ্যাত প্ৰচুৰ নহ'বও পাৰে। উদাহৰণ স্বৰূপে থানেশ্বৰ হাজৰিকা (১৮৯৮—১৯৪৩)-ৰ লোকগীত সুৰীয়া কবিতা সংখ্যাত কম হ'লেও 'বিহুৱান' কবিতাটোৰ বাবেই কবিজনক পাহৰা নাযায়। অজ্ঞাত লোককবিৰ ৰচনাৰ দৰে জন-মানসত প্ৰতিধ্বনি তোলা ইয়াৰে দুফাকিমান হ'ল—

কেতেকীৰে তিল নাহৰৰে ঘিলা
সাজিছো বিহুৰে পিঠা,
তগৰৰে চিৰা চেনেহৰে দ'ই
কু-উ-কু মাতেৰে মিঠা।

অন্য এজন কবি ভৱনাথ হাজৰিকাও আছিল অকালতে শেষ হোৱা এটি সম্ভাৱনাময় প্ৰতিভা। উমেশচন্দ্ৰ চৌধাৰী ঘাইকৈ গীতিকাৰ আছিল। তেওঁৰ গীতসমূহৰ অতিশয় জনপ্ৰিয়তাৰ বাবে কবিতা পুথি 'ত্ৰিবেণী' আৰু 'অমৃতমন্থন'ৰ আলোচনা বিশেষ নহ'ল। সীতানাথ ব্ৰহ্মচৌধুৰীও এইসময়ৰ গুণী কবি। এওঁৰ কবিতাৰ পুথি 'কমল-কলি' (১৯২৫), 'আবেগ' আৰু 'চকুলো' (১৯২৯)।

### শেষ ৰোমাণ্টিক স্তৰ

আগৰৱালাৰ 'বনকুঁৱৰী'য়ে আৰম্ভ কৰা ৰোমাণ্টিক কবিতাৰ নদীৰ ধাৰাটি কেনেদৰে প্ৰথমে কোবাল হৈ পিছলৈ বহুধাৰাত বিভক্ত হৈ পৰিল, সেই কথা ইতিমধ্যে আলোচনা কৰা হৈছে। বৰ্তমান শতিকাৰ চতুৰ্থ দশকত এই

নদীৰ গতি মন্থৰ হৈ পৰে। ৰোমান্টিক ধ্যান-ধাৰণাক আঁতৰাই আধুনিক কবিতাই প্ৰকাশৰ বাবে মুৰ খুন্দিয়াবলৈ ধৰে। 'বাঁহী' আলোচনী এই সময়তো আছিল। কিন্তু গুৱাহাটীৰে পৰা প্ৰথমতে আৰু পিছলৈ কলিকতাৰ পৰাও বেলেগ বেলেগ সম্পাদকৰ সম্পাদনাত প্ৰকাশ পাইছিল যদিও তাত আগৰ মাহাত্ম্য নাছিল। এই সময়ত নতুন চমকেৰে আত্মপ্ৰকাশ কৰা 'আৱাহন' আলোচনীয়ে সকলোৰে মন টানি নিছিল। কোনো কোনো কবিৰ প্ৰাণত এতিয়াও আছিল ৰোমান্টিক কবিতাৰ শেষ সুৰৰ অনুৰণনি, কিন্তু বেছি-ভাগৰে কবিতাত ৰোমান্টিক উচ্ছ্বাসৰ বিপৰীতে এক কঠোৰ বাস্তৱবাদে আত্ম-প্ৰকাশৰ পথ বিচাৰিছিল। 'আৱাহন'ৰ পাতত নতুনৰ আত্মপ্ৰকাশৰ লগে লগে পুৰণি ঐতিহ্যৰ বাঁহী, ৰঘুনাথ চৌধুৰীৰ সম্পাদনাৰ 'জয়ন্তী' (১৯৩৬-৩৮) আৰু 'সুৰভি' (১৯৪০, ৪২-৪৪)-ৰ মাজেদি প্ৰাচীন পৰম্পৰাৰ এটি সুঁতিও বৈ আছিল।

এইখিনি সময় আছিল অসমীয়া কবিতাৰ ৰোমান্টিক ধাৰাটিৰ বিদায়ৰ কাল। সমাপ্তিৰ আগে আগে এই ধাৰাই এক পৰিপূৰ্ণতা আৰু সাৰ্থকতা লাভ কৰি গৌৰৱেৰে বিদায় লৈছিল। এই বিদায়পৰ্বৰ তিনিজন ঘাই কবি আছিল আনন্দ চন্দ্ৰ বৰুৱা, গণেশচন্দ্ৰ গগৈ আৰু দেৱকান্ত বৰুৱা।

## আনন্দ চন্দ্ৰ বৰুৱা

শেষ ৰোমান্টিক স্তৰৰ প্ৰথমজন ভাল কবি আনন্দচন্দ্ৰ বৰুৱা বকুলবনৰ কবি ৰূপে খ্যাত। বৰুৱা (১৯০৭-১৯৮০) এজন সংবেদনশীল কবি। তেওঁৰ কবিতাৰ পুথিসমূহ হ'ল 'পৰাগ' (১৯৩০), 'পুষ্পক', 'ৰঞ্জনৰশ্মি', 'হাফিজৰ সুৰ' (১৯৩৩), 'ছোভিয়েট কবিতা' (১৯৫৮)।

আনন্দ চন্দ্ৰ বৰুৱাৰ কবিতাসমূহ সৰল আৰু কোমল। কঠিন শব্দ আৰু জটিল ছন্দ সজ্জা সাধাৰণতে তেওঁৰ কবিতাত পোৱা নাযায়। স্বভাৱ কবিৰ দৰে স্বচ্ছন্দে ওলোৱা তেওঁৰ কবিতাৰ প্ৰৱাহত নানাবোৰ তৰংগ দেখা যায়। প্ৰেমৰ কবিতাৰ ক্ষেত্ৰত তেওঁৰ 'ভাবী প্ৰিয়া' আৰু 'গৰখীয়াৰ প্ৰেম' দুটা ভিন্ন সুৰী প্ৰেমৰ প্ৰকাশক কবিতা। প্ৰথমটোত ৰোমান্টিক কবিৰ কল্পনাৰ উচ্ছ্বাসেৰে তেওঁ ভাবী প্ৰিয়াৰ সপোনত মগ্ন হৈছে। নতুন যৌৱনৰ উন্মাদনাৰে ভৰা মনেৰে তেওঁ অনুভৱ কৰিছে ক'ৰবাত কোনোবাদি থকা তেওঁৰ ভৱিষ্যতৰ প্ৰিয়াৰ অৱস্থিতি। মাজে মাজে তেওঁ ভাবিছে—

কোনে জানে, ক'ত তুমি, কোনিনো লুকাই
ফুলি আছা, মধুৰ হাঁহিটি,
আঁৰে আঁৰে ফুলনিত কোনি আছা তুমি
নাই পোৱা একো গম-গতি।

যি প্ৰিয়াৰ অৱস্থিতিৰ কথা তেওঁ নাজানে, যাৰ ৰূপৰ বিষয়ে তেওঁৰ তিল-মানো ধাৰণা নাই, সেই নামহীনা প্ৰিয়াৰ বুকুৰ বাতৰি উমানতে পাই কবি হৈ পৰিছে সপোন-ৰাগিত মতলীয়া।

প্ৰেমানুভূতিৰ এই কল্পনাভৰা মাদকতাৰ বিপৰীতে সৰল প্ৰাণৰ প্ৰকাশ দেখা যায় 'গৰখীয়াৰ প্ৰেম' কবিতাটিত। গৰখীয়া ডেকা এটিৰ তেওঁৰ প্ৰিয়ালৈ কৰা অনুৰোধে কবিতাটোত সহজ স্বাভাৱিক সৌন্দৰ্যৰ সৃষ্টি কৰিছে। নিজান ঠাইত জুৰিটিৰ পাৰত পঁজা এটি সাজি চেনেহীৰ লগত তাতে থকাৰ সপোন দেখিছে গৰখীয়া ডেকাই। চেনেহীৰ মন ভুলাবৰ বাবে তেওঁৰ মিঠা মিঠা প্ৰলোভন—

মুগাৰ মেখেলা আৰু ৰেছমৰ চোলা
দেওবাৰে হাট কৰি আনি দিম হেৰা,
'সুশীল মালতী' আৰু ৰঙা ৰঙা বেলা—
দিয়া মাথো তুমি মোক চেনেহ এফেৰা।

কণজহা চাউলৰ ভাত খাই, ফুল-তেল মূৰত ঘঁহি সামান্যৰ মাজত অসামান্য সুখৰ সৰগ ৰচাৰ এই কামনা বৰ মনোমোহা।

প্ৰকৃতিৰ বিষয়ে ৰচা কিছুমান কবিতাৰ মাজত কবিগৰাকীৰ সুক্ষ্ম পৰ্যবেক্ষণ আৰু ৰসগ্ৰাহিতাৰ সম্ভেদ পোৱা যায়। তেনে এটি কবিতা হৈছে 'মেঘেশ্বৰী'। আকাশত ওলমি পৰা ক'লা মেঘ আৰু পুখুৰী-পানীত পৰা তাৰ ছায়া দেখি মেঘৰ ৰূপত কবি তন্ময় হৈ পৰিছে। শ্যামশোভা-পৰিপূৰ্ণ বীহগছবোৰে বতাহত হালি-জালি বিচিত্ৰ শোভাৰ সৃষ্টি কৰে। কেতেকীৰ মাতে সুৰ তোলে হৃদয়-তন্ত্ৰীত। বৰষুণৰ মল্লাৰ ধ্বনিত কবিয়ে শুনে হিয়া মতলীয়া কৰা সপোনৰ সুৰ। প্ৰকৃতিৰ অপৰূপ বিমোহন ৰূপে কবিৰ মনত যেন কিবা এটি ৰহস্যৰ ভাবো জগাই তোলে—

মেঘ আৰু বিজুলীৰ লুকা-লুকি খেলা
ছায়া আৰু মায়াময় বিমোহন বেশ,
সকলো হৰণ কৰি বিশ্ব-বিমোহিনী
মেঘেশ্বৰী মূৰ্তিমতী, মুক্ত কৃষ্ণ কেশ।

প্ৰকৃতিৰ মাজত ৰহস্য আৰু বিশালতা বিচাৰি ফুৰা, তাৰ লগতে "কল্পনাৰ পম্মপাহি মনোহৰ সাজে" আকাশত বিকশিত হৈ থকা অনুভৱ কৰি আকুল-অভিভূত হোৱা কবিৰ মনোভাৱ ৰবীন্দ্ৰনাথৰ 'বলাকা'ৰ অন্তৰ্গত দুটিমান কবিতাৰ লগত মিল থকা।

'হাফিজৰ সুৰ' ৰচনা কৰি কবিগৰাকীয়ে এক চিন্তাহীন আনন্দময় জীৱনৰ বন্দনা কৰিবলৈ বিচাৰিছে। মুলৰ উচ্ছ্বাস তেওঁৰ কবিতাত বিচাৰি পোৱা গ'লেও চুফীবাদৰ গভীৰ ৰহস্যময়তা তেওঁৰ কবিতাত অনুপস্থিত।

## বকুল বনৰ কবিতা

বকুল বনৰ কবিগৰাকীৰ কবিতাত থকা শেষ ৰোমাণ্টিক সুৰৰ সকলো-বোৰ লক্ষণেই এইখন পুথিত বিচাৰি পোৱা যায়। তেওঁ "সৌন্দৰ্য্যৰ কবি, সুন্দৰৰ সাধক। এই সুন্দৰেই সত্য, সুন্দৰেই শিৱ। কেতিয়াবা প্ৰকৃতিৰ ভিন ভিন ৰূপত, কেতিয়াবা প্ৰেয়সীৰ মনোমোহা লাৱণিত, কেতিয়াবা আকৌ কবিতাৰ মাজত, কেতিযাবা নিজৰ মনৰ মাজতেই তেওঁ এই চিৰ-সুন্দৰক প্ৰত্যক্ষ কৰিছে।" এই সত্য শিৱক উদ্দেশি কবিয়ে কৈছে—

ইমান সুন্দৰ ৰূপটি তোমাৰ
ইমান সুন্দৰ প্ৰাণ—
বিষধৰ সাপে বলয় পিন্ধাই
সুন্দৰ বুলি ধৰিছে মেৰাই
শুনিছে তোমাৰ গান।

( তুমি )

এই সুন্দৰ ভগৱানক প্ৰিয়তম বুলি সম্বোধন কৰি জীৱাত্মা-পৰমাত্মাৰ অভেদ সম্পৰ্কৰ কথা সুঁৱৰি তেওঁ ব্যাকুল হৈও পৰিছে। নিজৰ মাজত সেই অসীমৰ অনুভৱে তেওঁক আনন্দ দান কৰিছে। চৰম আনন্দৰ পুলকত উটি যাবলৈ বিচাৰি তেওঁ কৈ উঠিছে—

কাঢ়ি নিয়া মোৰ সকলো সম্পদ
কাঢ়ি নিয়া মোৰ বাহিৰ ভিতৰ
বুৰ যাওঁ মই প্ৰিয়,
তোমাৰ প্ৰেমৰ
অনন্ত স্নেহত
মজি।

( প্ৰেমৰ কাৰণে )

প্ৰিয়ৰ বিকাশ নিজৰ মাজতে দেখি তেওঁ কৈছে ,—

এই মই মৃত্যুহীন আপুনি সম্ভৱ,
আদি নাই, অন্ত নাই, বিহীন বিপ্লৱ

( মই )

জীৱনৰ নাও কাৰ ইংগিতত চলে, কোন তাৰ কাণ্ডাৰী আদি প্ৰশ্ন কবিৰ মনত জাগি উঠে। কিন্তু সেই প্ৰশ্নই তেওঁক ভবাই তোলে মাথোন, কোনো ৰহস্য-বাদৰ সম্মোহনৰ সৃষ্টি নকৰে।

কবিৰ অনুসন্ধিৎসু মনে বিশ্ব-সংসাৰৰ প্ৰতিটি দিশতে সৌন্দৰ্য আৰু প্ৰেমৰ বিস্তাৰ দেখা পায়। জীৱনৰ মধুৰতম অনুভূতি প্ৰেমৰ সকলো সুকুমাৰতাৰ প্ৰতি কবি সজাগ। ব্যক্তিগত প্ৰাণৰ প্ৰেমানুভূতিয়েই কেৱল নহয়, ৰূপকাত্মক ভাষাৰেও তেওঁ প্ৰেমৰ জয়গান গাইছে। 'শৰতৰ সুৰ'ত ফুটি উঠিছে নিজৰ প্ৰিয়তমৰ প্ৰতি শেৱালিৰ ব্যথাভৰা আহবান। বসন্ত কালৰ শোভাৰ মাজত তেওঁ বিচাৰি পাইছে—"বিশ্বব্যাপী প্ৰেমিকৰ প্ৰেমৰ চুম্বন।" প্ৰেমৰ অসীম বিশালতাৰ উপলব্ধি তেওঁ কৰে প্ৰেমিকাৰ অস্তিত্বৰ মাজতো। বিশ্বৰ মাধুৰী হৰণ কৰি সপোন আৰু সৌন্দৰ্যৰ খেলা পতা প্ৰিযাৰ লগত নিজ আত্মাৰ অভেদত্ব প্ৰকাশি সেয়েহে তেওঁ কয়,

আনে যি নাজানে তুমিও নাজানা
অ' মোৰ সখী প্ৰিযা প্ৰাণতমা,
তুমি যে মোকেই জড় চেতনত
ধৰিছা তেনেই জুৰি।

তেওঁৰ বাবে প্ৰিয়া কাম-অগনিৰ জ্বলি থকা শিখা নহয়। প্ৰিয়াৰ ঠাই মাথোন হিয়াত। এটি জনমৰ সীমাই এই সম্পৰ্ক বান্ধি ৰাখিব নোৱাৰে। ভূ-লোক দ্যু-লোক ভেদ কৰি মৃত্যুৰ সিপাৰৰ পৰাও এই অবিনাশী সম্পৰ্কই নিজৰ বান্ধোন অটুট ৰাখিব।

প্ৰেম আৰু প্ৰেমিকাৰ বিষয়ে ৰচনা কৰা এনেবোৰ গভীৰ ভাৱৰ কবিতাৰ কাষত 'সোণটিহঁতৰ ঘৰ' বিজাই চালে পিছৰটোৰ মাজত এক নতুন সোৱাদ পোৱা যায়। তেনেই সহজ ভাষাৰ মাজত, সৰল চেনেহৰ মুকলি প্ৰকাশৰ মাজত সোণটিৰ লগত থকা একাত্মতা কবিয়ে বৰ হৃদয়গ্ৰাহীকৈ বৰ্ণনা কৰিছে—

সেঁটি বেঁকা বাটৰ মূৰত সোণটিহঁতৰ ঘৰ,
তাৰে দুৱাৰ মুখত বহি থাকে সোণটি মৰমৰ।
সন্ধ্যা দেখো সোণটিহঁতৰ চোতাল আগৰ জুই,
ত-তয়াই জ্বলি থাকে মোৰে মৰম ছুই।
সামাজিকত দেখি তাকে হেৰায় মনৰ থৰ,
একে মনৰ মানুহ আকৌ কিহৰ আপোন পৰ?

প্ৰিয়াৰ লগত থকা হৃদয়ৰ যুগমীয়া বান্ধোনৰ কথা 'মুক্তি' কবিতাটিত তেওঁ যি সুৰত কৈছে, সেই সুৰে গণেশ গগৈৰ কবিতালৈ মনত পেলায।

অঙ্গৰ সৌষ্ঠৱ? সিযে সখী! দুদিনীয়া দুবৰিৰ দৰে
চাওঁতেই শ্যামাশোভা কেনিবাদি যায়।
সম্মান, গৌৰৱ? সিও সেই ক্ষন্তেকীয়া এপাহি কুসুম,
দুদিনৰ পিছতেই লেৰেলি শুকায়।

প্ৰথম প্ৰেমৰ উন্মেষত তেওঁ অনুভৱ কৰিছে—

কি যে তৃপ্তি—
পৰিলেহি মোৰ আন্ধাৰ হিয়াত
তোমাৰ মুখৰ দীপ্তি।

(মুক্তি)

প্ৰথমৰ ফালে লিখা কবিতাৰ প্ৰেমৰ এই কোমল শুৱনি ৰূপ পিছৰ কালৰ কবিতাত বহুখিনি দিঠকৰ কাঠোৰতালৈ নামি আহিছে। কবিৰ চকুত পৰিছে সমাজৰ কঠোৰ বাধা-নিষেধে বান্ধি যোৱা হৃদয়-বৃত্তিৰ অসহায় ৰূপ। 'লিগিৰীৰ সপোন'ত কবিয়ে অনুভৱ কৰিছে কোঁৱৰৰ প্ৰতি থকা লিগিৰীৰ গোপন চেনেহ আৰু দিঠকত তাৰ অৰ্থহীনতাৰ স্বৰূপ। ওৰে ৰাতি বিছনিৰে বা দি নাম গায় কোঁৱৰৰ টোপনি অনা লিগিৰীৰ সপোন পুৱা ৰ'দৰ জিলিকনিত চকুলো হৈ মাটিত বাগৰি পৰে।

বৰুৱাৰ কবিতাৰ বেছি অংশই আলফুলীয়া অনুভৱেৰে ভৰা যদিও কিছুমানত আছে কঠোৰ অনুভৱৰ স্বাক্ষৰ। সুকুমাৰতাৰ বিপৰীতে এইবোৰত কঠিন জীৱনৰ তিক্ত অভিজ্ঞতা প্ৰকাশ পাইছে। অৱশ্যে এনে ধৰণৰ কবিতা প্ৰতিটোৱেই শুৱলা নহয়। কিছুমানত কবিৰ মনৰ কথা প্ৰকাশ পাইছে অলংকাৰ বিহীন ৰসহীন বক্তব্য ৰূপে। 'সাৱধান বুৰঞ্জী লিখক' নামৰ কবিতাত তেওঁ অত্যাচাৰী আক্ৰমণকাৰীক বীৰ আখ্যা দিয়া বুৰঞ্জীলিখকৰ

ভুল শুধৰাই কৈছে যে যাৰ অন্তৰত দয়া আৰু প্ৰেম থাকে তেওঁহে বীৰ। লুণ্ঠনকাৰী বীৰ নহয়,

বীৰত্বত স্বাৰ্থদোষ নাথাকে সমূলি ,
ত্যাগেইহে মানুহক বীৰত্ব দিয়ায়।

কবিতাটোৰ বক্তব্য মহান যদিও ৰচনাভঙ্গী সুন্দৰ নহয়।

'মিঞা মানুৰ আৰু মই' এটি ভিন্ন সুৰৰ কবিতা। সুৰা আৰু সুৰাপান কৰা কাৰ্যক এই কবিতাত অৰ্থপূৰ্ণভাৱে দাঙি ধৰা হৈছে। প্ৰথম দৃষ্টিত এই কবিতাৰ ৰস কম। কিন্তু তাৎপৰ্য বুজাৰ পিছত সৌন্দৰ্যও বিচাৰি পোৱা যায়। একোটি স্তৱক ইয়াৰ নতুন কবিতাৰ দৰে ইংগিতৰ বাহক। যেনে—

সেইবাবে কওঁ
থিৰ হোৱা, সেই শব্দবোৰ খোৱা
যি শব্দই দিব দান
প্ৰেম
মৃত্যুৰ দৰে বলবান।

এই প্ৰসঙ্গতে উল্লেখ কৰা ভাল যে এইটো তেওঁৰ পিছৰ কালৰ কবিতা, ৰচনা কাল ১৯৬৮ চন।

সম-সাময়িক সমাজৰ ছাঁ, মহামানৱৰ প্ৰশস্তি, দেশ-বন্দনা আদিও তেওঁৰ কবিতাৰ বিষযবস্তু। এনেবোৰ কবিতাৰ বহুকেইটাতে প্ৰযত্নৰ চিন পোৱা যায়। সেইবোৰৰ মোহিনী গুণো কম।

'নিৰ্যাতন', 'গণিকাৰে বেদনা' আদি কবিতাত তেওঁৰ প্ৰাণত থকা সহানুভূতিশীলতাৰ ইংগিতে কবিতাকেইটিক সুকীয়া মূল্য দিছে। সমাজে উপেক্ষাৰ চকুৰে চোৱা গণিকাৰ গীতৰ মাজত সুন্দৰৰ সম্ভেদ পাই কবিয়ে ভাবিছে ,—

ধ্বনিটিয়ে বতাহক
বিননিৰে ক'ব ৰিঙিয়াই,
গণিকাৰ প্ৰাণটিকো
সুন্দৰেহে ৰাখিছে জীয়াই।

কবি গৰাকীৰ কবিতাৰ বিচিত্ৰ ৰূপ এটি 'বকুল বনৰ কবিতা'ই সংৰক্ষণ কৰিছে। তাৰে শেষ বয়সৰ দুটিমান ৰচনাৰ বাদে বাকী আটাইবোৰে শেষ ৰোমাণ্টিক স্তৰৰ কবিতাৰ লক্ষণ বহন কৰে। কবিৰ প্ৰকৃত বৈশিষ্ট্য ফুটি উঠিছে প্ৰেমৰ আৰু হাফিজৰ সোৱঁৰণৰ কবিতাত, তেওঁ যেতিয়া ভাবে—

খায়েম-হাফিজ যেন আছিলোঁ মৰেই,
দীঘল-দৰীয়া বেশ, মুদা মুদা চকু—
সপোন কুঁহেলি সনা মুখৰ বৰণ,
প্ৰেমময় আবেগত উল্লসিত মন ?

তেতিয়া এক স্বপ্নালু মনৰ তন্ময়তাৰ সম্ভেদ পোৱা যায়। এই তন্ময়তাই বহন কৰিছে ৰোমাণ্টিক কবিৰূপে তেওঁৰ বৈশিষ্ট্য।

## গণেশ গগৈ

অসমীয়া প্ৰেমৰ কবিতাত গণেশ গগৈ (১৯০৭—৩৮) এটি পাহৰিব নোৱৰা নাম। 'পাপৰি' (১৯৩৪) 'স্বপ্নভংগ' (চতুৰ্থ সংস্কৰণ, ৫১২ শকাব্দ) আৰু 'ৰূপজ্যোতি' (১৯৪৫) তেওঁৰ প্ৰকাশিত কবিতাৰ পুথি।

ৰোমাণ্টিক কবিতাৰ সকলো আনুভূতিক তীব্ৰতা গগৈৰ কবিতাত পোৱা যায়। প্ৰেম তেওঁৰ কবিতাৰ কেন্দ্ৰীয় শক্তি। প্ৰেমেই তেওঁৰ কবিতা, অৱশ্যে প্ৰেম আৰু প্ৰেয়সীৰ সুধাসনা ৰূপ তেওঁৰ কবিতাত বিচাৰি পোৱা নাযায়। বিৰহ আৰু প্ৰত্যাখানৰ তিক্ত জ্বালাহে তেওঁৰ কবিতাই প্ৰকাশ কৰিছে।

স্নেহ, অভিমান আৰু বিষাদৰ মিশ্ৰিত ৰেঙণি ফুটি উঠিছে গগৈৰ 'পাপৰি'ৰ মাজত। কোনোবা ৰূপহীৰ প্ৰতি হোৱা অবুজ আকৰ্ষণে তেওঁক লক্ষ্যহীন সুখৰ সাগৰলৈ টানি নিয়াৰ বাতৰিৰে তেওঁ কৈ উঠিছে,—

হোৱা তুমি যেয়ে হোৱা, নিযা টানি টানি নিয়া
যোৱাতো মাধুৰী আছে লক্ষ্যহীন হৈ।

প্ৰেমিকাৰ আগমনত বিশ্ব-সংসাৰ সুন্দৰ দেখাটো কবিতাৰ জগতৰ চিৰকলীয়া ৰীতি। কবি গগৈয়ে তাকে আৰু মনোমোহাকৈ কৈছে—

তোমাৰ ৰূপতেনে কি ম্লান কৰি আজি মই
পুৰণি জগতখনি দেখিছো নতুন,
তোমাৰ ৰূপৰেনেকি জিলিকনি পৰি সখি
নতুনৰো নানা ৰূপ এনে বিতোপন ?

সেয়েহে "মেলিলে সুন্দৰ দেখো মুদিলে সুন্দৰ দেখো, সকলো সুন্দৰ হ'ল— যৌৱন সুন্দৰ" বুলি তেওঁ যৌৱন আৰু প্ৰেমৰ জয়গান গাইছে। প্ৰেমিকাক তেওঁ অতি ওপৰৰ আসনত বহুৱাইছে। নতুন প্ৰাণত বজা প্ৰণয়ৰ সুৰেৰে তেওঁ প্ৰিয়াক বন্দনা কৰিছে,

সেয়েই তুলসী মোৰ সেয়ে মোৰ গঙাজল
তাতেই দুবৰি আছে তাতে বেলপাত
তাতেই নিতউ জ্বলে প্ৰণয়ৰ ধূপ-দীপ
সেয়েই নৈবদ্য মোৰ তোমাৰ পূজাত।

এয়া যেন ভক্ত চণ্ডীদাসৰ প্ৰেমিকা ৰাণীৰ প্ৰতি থকা প্ৰেমৰেই অন্য এক ৰূপ। চণ্ডীদাসৰ বাবে সকলো আধ্যাত্মিক ক্ৰিয়া আৰু অনুভূতিৰ শেষ ফল তথা উৎস আছিল সাধাৰণী প্ৰিয়াৰ মাজত থকা অসাধাৰণ প্ৰেম। গগৈৰ প্ৰেমো সেইদৰে প্ৰিয়াৰ পূজাৰ বেদীত ধূপ আৰু দীপ হৈ জ্বলিছিল।

প্ৰথম প্ৰেমৰ সপোন আৰু অনুৰাগেৰে ভৰা কবিতা কেইটিতকৈ বেছি অন্তৰ পৰশা হ'ল দুখ আৰু বেদনাৰ কবিতা কেইটি। গৰবিনী প্ৰিয়াৰ প্ৰত্যাখানে কবিক বেজাৰ দিলেও তেওঁৰ অভিমানে তেওঁক ভাঙি পৰিবলৈ দিয়া নাই। তাতেই কবি দুৱৰাৰ লগত কবি গগৈৰ পাৰ্থক্য। নিজৰ বুকু ভঙা দুখ ঢাকি ৰাখি তেওঁ কৈছে,—

ভুল সখী, অতি ভুল, বিৰহ বেদনা ভুগি
নাকাটে অকণো কালে, চকুলো নোলায,
কলিজাৰ একোণত জ্বলিলে চিতাৰ জুই
থাকিম নিতউ তাকে অকলে ফুৱাই।

ব্যৰ্থ প্ৰেমে তেওঁৰ বাবে এক আত্ম-প্ৰবোধৰ কাম কৰিছে। দুৱৰাৰ দৰে আন্ধাৰৰ জগতলৈ পলায়ন নকৰি ব্যৰ্থতাৰ মাজতে তেওঁ সান্ত্বনাৰ সন্ধান কৰিছে। তেওঁৰ যি প্ৰাণে প্ৰেম চিনি পালে, অথচ প্ৰেমৰ পূৰ্ণতা নাপালে, সেই প্ৰাণ তেওঁৰ বাবে বিধাতাৰ শ্ৰেষ্ঠতম দান। কাৰণ মানবীয় অনুভূতি-সমূহৰ ভিতৰত সবাতোকৈ শ্ৰেষ্ঠতম অনুভূতিটোৰ আস্বাদন কৰিছে সেই প্ৰাণে। মাজে মাজে তেওঁ সোঁৱৰণ কৰে আগ-যৌৱনৰ মধুৰ সপোনত প্ৰেয়সীৰ লগত নীড় বন্ধাৰ বাসনাৰ কথা, তাৰ পিছত সপোনৰ শেষত নিষ্ঠুৰ দিঠকৰ তীব্ৰতা কমাবৰ বাবে কোনোবা দুৰ-দুৰণিৰ কুলিয়ে নোগোৱা ফুল নুফুলা নিৰলা ঠাইত অন্তৰৰ ৰক্ত-জবাৰে নিৰাকাৰ কিবা এটি এনেয়ে পূজাৰ বাসনাৰ

কথা। ইমান শূন্যতাৰ মাজতো প্ৰেমক তেওঁ বিদ্বেষৰ দৃষ্টিৰে চোৱা নাই। কষ্ট দিলেও, বেজাৰ দিলেও প্ৰেম মানুহৰ মূল্যবান সম্পদ,

নহ'লে মানুহে কিয় যৌৱন তীৰত বহি
মণি-মুক্তা তুচ্ছ কৰি চাব শতদল,
মনত পৰিব কিয় দ্বাপৰৰ বন বেণু
সেই ৰাস, সেই লীলা, কদমৰ তল ?

এই একেখিনি অনুভৱেৰে কেৱল চকুপানীৰে ভৰা কবিতা হয়তো বহুত ৰচনা কৰিবলৈ পৰা হ'লহেঁতেন। কিন্তু গগৈৰ আছে অশ্ৰুক উদাসীনতালৈ পৰিণত কৰিব পৰা এক শক্তি। কোমল প্ৰাণৰ তাগিদাত কেতিয়াবা আত্ম-গোপনৰ বাসনা আহিলেও সেই বাসনাক তেওঁ জয় কৰিব পাৰিছে। প্ৰতি-দানহীন প্ৰেমে তেওঁক একপ্ৰকাৰ বিষাদিত আনন্দ দান কৰিছে। অতীতক পাহৰি পেলাবলৈ প্ৰয়াস কৰি তেওঁ বুকুৰ তেজেৰে ওপচা ক্ষতস্থানৰ প্ৰতি বেছিহে সচেতনতা প্ৰকাশ কৰিছে। নিজৰ বিষাদ লৈ নিজেই মগ্ন হৈ থকাৰ এই সুকোমল ৰোমাণ্টিক কবিতাৰ এটি বহু ব্যৱহৃত লক্ষণ।

'পাপৰি'ৰ এই দৃঢ় হ'বলৈ খোজা কবি—প্ৰাণ যেন 'স্বপ্ন-ভংগ'ৰ মাজত চকুলোৰে সেমেকি উঠিছে, এনে লাগে। আৰম্ভণিতে তেওঁ কৈছে—

ন সৰিল চকুপানী সৰোতে 'পাপৰি'
আজি এটা ক্ষন্তেকীয়া অলিক সপোনে
নাজানিলো নুবুজিলো ধাৰাসাৰে বোৱা
ৰাখিছিলে চকুপানী গোপনে গোপনে।

তেওঁৰ শূন্যতা আৰু ব্যৰ্থতাৰে ভৰা জীৱনৰ কথা কবিয়ে ইয়াত প্ৰকাশ কৰিছে। প্ৰেম আৰু প্ৰিয়াৰ সোঁৱৰণেই তেওঁৰ দুখী জীৱনৰ অবলম্বন ৰূপে ৰৈছেগৈ।

গণেশ গগৈৰ বিৰহী প্ৰাণৰ মাজত এক সুন্দৰ আশাবাদেও মূৰ তুলি উঠা দেখা যায়। তেওঁৰ মতে, প্ৰেমভৰা হিয়া যাৰ আছে তেওঁ কেতিয়াও ব্যৰ্থতাৰ চিকাৰ হ'ব নোৱাৰে। তেওঁ জয়ী, তেওঁ সফল। ভগৱানৰ শ্ৰেষ্ঠ উপহাৰ প্ৰেমে মানুহৰ অন্তৰত দিয়ে ব্যৰ্থতাক জয় কৰিব পৰা এক মহান শক্তি। গতিকে হিয়া ভাগিলেও মন নভগা কবিয়ে ক'ব পাৰে,

সেয়েহে কইছো, শুনা সখী মোৰ
আমি জগতত সদায় জয়ী,
পূজিবা দেৱতা, পূজিম দেৱীক
চিৰ প্ৰেমময়, কৰুণামযী।
তুলসী নালাগে, দূৰৰি নালাগে
নালাগে নৈবদ্য, নালাগে ধূপ।
প্ৰাণৰ দাপোণ দুয়ো মেলি চাম,
একে লগে পাম দুযোটি ৰূপ।

গণেশ গগৈৰ কবিতাৰ উপমা অন্যত পাবলৈ নাই। তেওঁৰ অনুভূতি প্ৰকাশৰ শৈলী সম্পূৰ্ণ তেওঁৰ ব্যক্তিগত প্ৰতিভাৰ নিদৰ্শন। তথাপিও কেতিয়াবা তেওঁক ইংৰাজ কবি কীট্‌ছৰ লগত ৰিজোৱা হয। দুয়োজনৰে জীৱনত প্ৰেম আছিল কবিতাৰ উৎস আৰু বেদনাৰো উৎস। দুযোজনৰে জীৱন-কাল আছিল সংক্ষিপ্ত। তেওঁলোকৰ কবিতা ঘাইকৈ ইন্দ্ৰিয়গ্ৰাহ্য সৌন্দৰ্যৰ ওপৰত প্ৰতিষ্ঠিত আছিল যদিও গগৈৰ কবিতাত দেহৰ প্ৰেমক দেহাতীত কৰাৰ এক প্ৰৱণতাও দেখা যায়। দুখৰ জুইত দহি সোণ হোৱা মনেৰে তেওঁ উপলব্ধি কৰে—

প্ৰেমে নিবিচাৰে বিৰহ মিলন
বিচাৰে মাথোন বুকুৰ সুৰ,
প্ৰেমৰ কাষত জগত খনেই
যাউতিযুগীয়া অলকাপুৰ।

অসমীয়া প্ৰেমৰ কবিতাত দুবৰা আৰু দেৱকান্ত বৰুৱাৰ দৰেই গণেশ গগৈৰ প্ৰেমৰ কবিতাখিনি বিশেষ মূল্যবান। কিন্তু দুৱৰাৰ অতি বিষাদ আৰু দেৱকান্তৰ অহংকাৰ—এটাও এওঁৰ কবিতাত নাই। গগৈৰ কবিতা চহা-প্ৰাণৰ লোকগীতৰ দৰে অনাড়ম্বৰ সৌন্দৰ্যৰে ভৰপূৰ হৈ অন্তৰৰ পৰা ওলাই অহা নিজৰাৰ দৰে। এটি অতিৰিক্ত গুণে তেওঁৰ কবিতা বিশিষ্ট কৰি তুলিছে। সেযা হ'ল ভাগ্যৰ প্ৰতি, সমাজৰ প্ৰতি, জীৱনৰ প্ৰতি অনুভৱ কৰা প্ৰবল ক্ষোভ আৰু অনীহাৰ ভাৱ। অকনো দোষ নকৰাকৈ তেওঁৰ জীৱন জ্বলি-পুৰি গ'ল, অকালতে ভাগি পৰা হিয়ালৈ অকালতে চাপি আহিল মৃত্যু। তেওঁৰ খং আৰু বিদ্ৰোহ প্ৰকাশ পাইছে এনেকৈ—

ময়েই চিতাৰ জুই　　ময়ে মৃত তাতে শুই
শেষ কৰো নিজ দেহা ভষ্ম থাকে পৰি ,
তাকেই বুটলি ল'ই　　পুনৰ প্ৰেতাত্মা হ'ই
শ্মশানত নৃত্য কৰো নিজ ৰূপ ধৰি ।

গণেশ গগৈ আছিল যৌৱনৰ কবি, ভৰ যৌৱনত তেওঁ কবিতা লিখিছিল আৰু যৌৱনৰ মাজ দুপৰতে তেওঁৰ জীৱনৰ অন্ত পৰিছিল। গতিকে তেওঁৰ প্ৰতিটো অনুভৱেই আছিল তীক্ষ্ন আৰু উচ্ছল। যৌৱনত হৃদয়াবেগ প্ৰৱল হয়। যুক্তি আৰু বিবেচনা আহে অস্তমিত যৌৱনতহে। গতিকে গগৈৰ প্ৰেমৰ কবিতাবোৰ বিচাৰ কৰোঁতে মন কৰা উচিত যে এইবোৰত আৱেগৰ আতিশয্য হোৱা অতি স্বাভাৱিক। যি বয়সত জগত সুন্দৰ যেন লাগে, আকাশে-বতাহে সৌন্দৰ্য্য বিৰিঙি উঠা যেন লাগে, সেই বয়সৰে কবিতা এইবোৰ। এইবোৰ কবিতাত চিৰন্তন প্ৰেমিক-প্ৰাণৰ সপোন আৰু বেদনা পিছৰ পুৰুষলৈ এৰি যোৱা হৈছে।

গণেশ গগৈৰ কবিতাৰ বিষয়ে মহেশ্বৰ নেওগে কৈছে, গগৈৰ প্ৰেম বহুতো গুণে অধিক ইন্দ্ৰিয়গ্ৰাহ্য, প্ৰেমাস্পদৰ শৰীৰৰ অংগে অংগে তেওঁৰ বাবে আকৰ্ষণ। এই বিষয়ৰ গগৈৰ কবিতাত বনগীতৰ শিহৰণ যেন সাৰ পাই উঠিছে। কবিতাৰ শাৰীবোৰে যেন কৈছে, 'প্ৰতি অংগ লাগি কান্দে প্ৰতি অংগ মোৰ।' তেওঁৰ ব্যৰ্থ প্ৰেমৰ কবিতাৰ বিষয়ে হেম বৰুৱাই কৈছে, "এইজনা ৰোমাণ্টিক আকাঙ্ক্ষাৰ দ্বাৰা যথোচিত ভাবে আকৰ্ষিত হৈছিল আৰু সেই কাৰণেই অধিক ভাবে বিদ্যুৎশক্তি সঞ্চাৰিত হোৱা তাঁৰ একোডাল ছিঁগিপৰাৰ দৰেই মানুহজন ভাগি পৰিছিল।"

গগৈৰ কবিতাত কোমলতা আৰু কাৰুণ্যহে ঘাই সম্পদ। তেওঁ দেশ-বন্দনা আৰু দেশপ্ৰেমৰ কবিতাও ৰচনা কৰিছিল। কিন্তু গণেশ গগৈ বুলি কলে মনলৈ আহে প্ৰেমৰ কবিতাখিনিৰ কথা। কাৰণ এইবোৰত তেওঁৰ ক্লান্ত হিয়াৰ বতৰাই এনে এক সোৱাদ দিছে, যি সোৱাদ অন্য কবিৰ কবিতাত সাধাৰণতে পোৱা নাযায়।

তেওঁৰ গহীন ভাবৰ কবিতাৰ ভিতৰত 'ঘাটত কোনে বৈ আছেহি' আৰু 'নাৱৰীযা' দুটা ভাল কবিতা। নাৱৰীয়াৰ লগত নিজৰ সাদৃশ্য দেখি কবিয়ে যি উপলব্ধি কৰিছে তাৰ মাজত আকৌ ফুটি উঠিছে নিজা জীৱনৰ কৰুণ অনুভৱ—

আদিহীন অনন্তত দে তোৰ নাও মেলি
বিশাল বিশ্বত তই অকলশৰীয়া
পুৰাৰ শীতল বা আজি আহে আজি যায়
সুখে-দুখে তয়ে মাথো তোৰ লগৰীয়া।

এই উদাসী কৰুণ সুৰ গণেশ গগৈৰ কবিতাৰ অন্যতম বিশেষত্ব।

## দেৱকান্ত বৰুৱা

অসমীয়া কবিতাৰ ৰোমাণ্টিক স্তৰৰ শেষৰজন আৰু সবাতোকৈ জনপ্ৰিয় কবিজন হ'ল দেৱকান্ত বৰুৱা (১৯১৪)। তেওঁৰ "স্বভাৱসিদ্ধ বিশ্লেষণ শক্তিয়ে স্বভাৱগত সৌন্দৰ্য আৰু উপমাক কবিতাৰ ভাষালৈ ৰূপান্তৰিত কৰিছিল।" তেওঁৰ কবিতাৰ অনবদ্য প্ৰকাশভংগী আছিল তেওঁৰ কবিতাৰ ঘাই আকৰ্ষণ। বৰুৱাৰ একমাত্ৰ কবিতাৰ পুথিখন হ'ল 'সাগৰ দেখিছা।'

দেৱকান্ত বৰুৱা হ'ল "আৱাহন যুগৰ শ্ৰেষ্ঠ কবি আৰু এওঁতেই ৰোমাণ্টিক কবিতাই ভাৱঘন পৰিণতি লাভ কৰিছে বুলি ক'ব পাৰি।" নাটকীয় নিৰ্জনোক্তি আৰু গদ্যগন্ধী কবিতাৰ ভাষা দেৱকান্তৰ অসাধাৰণ বৈশিষ্ট্য।

দেৱকান্তও প্ৰেমৰ কবি। তেওঁৰ প্ৰেম দুৰৰাৰ দৰে বুকুভঙা অনুভৱ নহয় আৰু গণেশ গগৈৰ দৰে তীব্ৰ দহনৰ জ্বালাও নহয। দিঠকক সহজ ভাৱে গ্ৰহণ কৰি যৌৱনৰ জয় ঘোষণা কৰা এইজন কবিৰ বাবে প্ৰেম হ'ল পুৰুষ সুলভ অহংকাৰৰ দীপ্তিমান স্বাক্ষৰ।

## সাগৰ দেখিছা

'সাগৰ দেখিছা'ৰ যোগেদি দেৱকান্ত বৰুৱাই অসমীযা কবিতাৰ জগতত যি আলোড়নৰ ঢউ তুলিছিল, সি আজিও মাৰ যোৱা নাই। ঘাইকৈ প্ৰেমৰ সাহসী ৰূপৰ প্ৰকাশ আৰু অতি বলিষ্ঠ কথনভংগীৰ যোগেদি তেওঁ অৰ্জন কৰিছিল অশেষ জনপ্ৰিয়তা। দেৱকান্তৰ কবিতাত প্ৰেমৰ লগে লগে এক বিষাদবোধে ক্ৰিয়া কৰে যদিও সেই বিষাদৰো এক সুকীয়া সৌন্দৰ্য আছে। কোনো এগৰাকী নাৰী তেওঁৰ কবিতাৰ মূল আধাৰ। সখী, লাহৰী, প্ৰিয়া, মনোৰমা নানা নামেৰে কবিয়ে তেওঁক সম্বোধন কৰিছে। এই প্ৰেয়সীৰ দেহ আৰু মন দুয়োটাই তেওঁৰ বাবে সঁচা। কল্পজগতত সপোনৰ ডেউকা মেলি প্ৰিয়াৰ প্ৰেমৰ আকাশত তেওঁ বিচৰণ কৰি ফুৰা নাই। তেওঁৰ প্ৰিয়া তেজ

মঙহৰ শৰীৰী সত্তা। শাৰীৰিক সৌন্দৰ্যৰে স'তে যুক্ত হৈছে প্ৰিয়াৰ মনৰ সৌন্দৰ্যই তেওঁৰ মৰু-জীৱনলৈ ৰস আনিছে। কবিয়ে মুকলিকৈ কৈছে—

নিপোটল বুকু লাটুমণি ওঠ
দুযোপাৰি দাঁত ডালিম গুটি,
মৰুময় মোৰ জীৱনত সখী
তুমি কবিতাৰ একোটি সুঁতি।

সেই সুন্দৰীৰ ৰূপৰ উপমা দিবলৈ ৰোমাণ্টিক উচ্ছ্বাসেৰে তেওঁ সবাতোকৈ শুৱণি বস্তুটোৰ সন্ধান কৰিছে আৰু নবযৌৱনা প্ৰিয়াৰ সুকুমাৰ সৌন্দৰ্য প্ৰকাশ কৰিছে এইদৰে—

যি ছাটি জোনাক দেহি আজিও পোৱাহি নাই
ধৰণীৰ ধূলিৰ পৰশ,
তুমি সেই আনন্দৰ আগমনী অনুভূতি
যৌৱনৰ প্ৰকাশ হৰষ।

এনেবোৰ উচ্ছ্বাস ভৰা স্তৱকত ৰোমাণ্টিক ভাব-বিলাসিতা ধৰা পৰিলেও তেওঁৰ দৃষ্টিভংগী আছিল আধুনিকতাৰ প্ৰথম সোপানত। প্ৰেম তেওঁৰ বাবে থুনুকা আবেগেই কেৱল নহয়, এক প্ৰয়োজনো। 'কলঙ-পাৰত মাজনিশা' কবিতাটোৰ মাজত আছে প্ৰেয়সীৰ লগত বিদায়-মুহূৰ্তৰ ছবি। অথচ এই ছবি চকু-পানীৰে সিক্ত নহয়, প্ৰাপ্তিৰ গৌৰৱেৰে দীপ্তিমান। প্ৰেয়সীৰ বিয়ালৈ দহদিন থকাৰ পৰত মাজনিশাৰ অভিসাৰত তেওঁ যেন গোটাই লৈছে জীৱনৰ সকলো সম্পদ—

তুমি গোলাপৰ আজি লভিছোঁ পৰশ প্ৰিয়া! কাইটৰ
শঙ্কা মোৰ নাই।

তেওঁৰ ভালপোৱাই প্ৰেয়সীক ধৰি ৰাখিব নোৱাৰিলে জীৱনৰ বাবে; অথচ তাৰ বাবে তেওঁৰ খেদ নাই, আছে এক অহংকাৰ। অনাগত জীৱনত প্ৰেয়সীয়েও তেওঁক সোঁৱৰণ কৰিব সেই কথা তেওঁ সহজভাৱে লৈছে—

হয়তো কৰিব পাৰে, হযতো নকৰে, মোৰ খেদ নাই।
মোৰ অহংকাৰ
প্ৰথম জগালোঁ ময়ে তন্দ্ৰালসা গাভৰুক মনোৰমা।
হিয়াৰ তোমাৰ।

প্ৰেমিকাৰ প্ৰত্যাখ্যানত মৰ্মাহত হৈ কবি দুৰৰাই নিজকে উপেক্ষিত বনফুল আখ্যা দিছিল, গগৈয়ে 'সুখৰ নহয়, দুখৰ নহয়, হিয়াভৰা চকুলো'ৰ প্ৰাণৰ 'পাপৰি' ফুলাইছিল, ৰায়চৌধুৰীয়ে এক 'তুমি'ৰ বিৰহত সমগ্ৰ বিশ্বকে তুমিময় কৰি পেলাইছিল। কবি দেৱকান্তৰ বাবে বিৰহ আৰু মিলন স্বাভাৱিক কথা। প্ৰেম যৌৱনৰ ধৰ্ম। যৌৱনৰ সোণালী দিন দুদিনতে মৰহি গ'লেও জীৱনৰ বাবে সি দি যায় যুগমীয়া স্মৃতিৰ সম্পদ। কবিয়ে সেয়েহে ভাবে—

আমিও মৰহি যাম? অসাৰ্থক প্ৰেম মোৰ? পাপ মাথোঁ
এই চুমাচুমি?
কি কৰিম? হক পাপ ক্ষতি নাই, মই পাম স্বৰ্গ তাতে
তুমি ৰ'বা তুমি।

সকলো তৰুণ-প্ৰাণৰ দৰে যৌৱনৰ শুভলগ্নত প্ৰিয়াৰ মাজত তেওঁ আৱিষ্কাৰ কৰিছে জীৱন মধুময় কৰাৰ সকলো উপাদান—

তপ্ত হিয়াত উৰিল কবিৰ তৃপ্তি মেঘৰ ধৱল পাল
নতুন প্ৰেমৰ লাজুক দৃষ্টি
আৱেগত তাৰ জাগিল সৃষ্টি
প্ৰথম পুৱাৰ হিৰণ-বৰণ-অৰুণ-কিৰণ ইন্দ্ৰজাল।

এই ইন্দ্ৰজালে কবিৰ মনত জীৱনযোৰা পূৰ্ণতাৰ আনন্দ দান কৰিছে। তেওঁৰ চকুত ধৰা পৰে জীৱন আৰু জগতৰ অনিত্যতা। একোৱেই অনিত্য নহয়, একোৱেই সম্পূৰ্ণও নহয়। 'ক্ষন্তেক যৌৱনা প্ৰিয়া'ৰ প্ৰেমৰ বেদীত তেওঁ যি প্ৰণয়ৰ ধূপ জ্বলালে, সেয়াও ক্ষণস্থায়ী। প্ৰাপ্তি ক্ষয়মান আৰু অসত্য, সত্য মাথোন বেদনাৰ অক্ষয় গৌৰৱ। ক্ষুদ্ৰ পৰিসৰৰ মাজত সীমাবদ্ধ মানুহে মাথোন স্বাধীনতা পায় সপোন দেখাৰ।

মানুহৰ অসহায়তা উপেক্ষা কৰি মানুহৰ গৌৰৱ উপলব্ধি কৰাৰ প্ৰৱণতা দেৱকান্ত বৰুৱাৰ কেইবাটিও কবিতাত ফুটি ওলাইছে। নিয়তিয়ে প্ৰতি খোজে খোজে মানুহক সীমাবদ্ধ কৰি থৈছে। 'অপ্ৰকাশ', 'অসাৰ্থক', 'সাগৰ-দেখিছা' আদি কবিতাত মানুহৰ পূৰ্ণতাৰ অক্ষমতা প্ৰকাশ পাইছে।

নাৰীৰ প্ৰতি থকা তেওঁৰ বিচিত্ৰ ধাৰণাৰো উমান পাব পাৰি 'সাগৰ-দেখিছা'ৰ মাজত। সপোনৰ মায়াসনা চকুৰে মনোৰমা তেওঁৰ সপোনৰ ৰাণী। কিন্তু এই ৰাণীৰ মাজত তেওঁ প্ৰত্যক্ষ কৰে অমৃত আৰু গৰল

দুয়োটাৰে তীব্ৰতা। ‘তিলোত্তমা’ কবিতাটিত নাৰীৰ অপূৰ্ব ছবি এখনি তেওঁ ফুটাই তুলিছে। যাৰ বাবে ‘ভায়ে ভায়ে কৰিছে সংগ্ৰাম’ আৰু যি ‘হিংসাতুৰা বাঘিণীৰ বুকুৰ পোৱালি কাঢ়ি’ হেলাৰঙে ধেমালি কৰিব পাৰে, সেই নাৰীৰ উপমা যেন সাপৰ মূৰৰ মণিৰ লগত ; যি মূল্যবান অথচ অপ্ৰাপ্য—

দৃপ্তফনা কালনাগ, বিহ উগাৰত যাৰ নীলকণ্ঠ ভোলানাথ
তুমি তাৰ মণি ,
উৎপীড়িত বেদনাৰ চিৰন্তন বিদ্ৰোহৰ গগণ উতলা কৰা
তুমি তূৰ্য্যধ্বনি।

অথচ সন্ধ্যাৰ কোমল ছাঁ-ত প্ৰিয়ৰ হাতৰ চেতাৰৰ মধুৰ গুঞ্জনৰ দৰে তেওঁ শান্তিদায়িনী। তেওঁ কঠোৰতা আৰু কোমলতাৰ অপূৰ্ব সংমিশ্ৰণ, তেওঁৰ—

হৰিণ চকুত জ্বলে বন্ধুৰ মৰণ, চৰণত
নিৰ্ভয়-শৰণ !

তেওঁৰ দেহ-ভংগীত আছে বিশ্বৰ অবৰুদ্ধ যৌৱনৰ প্ৰকাশ, তেওঁৰ নিশাহত বিহ-মেটেকাই পাহি মেলে। তথাপিও সেই পৰম আকাঙ্ক্ষিতাক কোনোমতেই এৰি থাকিব নোৱাৰি, সেয়ে কবিৰ নিৰুপায় স্বীকাৰোক্তি—

মৰণ যাচোঁ ৰাণী তোমাৰ
কমল-চৰণ চুমি।

নাৰীৰ প্ৰতি থকা এই প্ৰেম তেওঁৰ বাবে জানি-শুনি কৰা মধুৰ ভুল, যাক তেওঁ বুলিছে “বেজাৰ-দুখৰ তেজেৰে বাঙলী হেজাৰ ফুল।” ভগ্ন হৃদয়ক লৈ গৌৰৱ কৰাৰ ক্ষমতা খুব কম কবিৰহে থাকে। সেই ক্ষমতা আছে দেৱকান্তৰ—

হিয়া নিযা আমাৰ ধেমালি মাথো, ভগা হিয়া মানুহৰ
নিজস্ব গৌৰৱ
বিৰহৰ চকুপানী মৰমৰ মন্দাকিনী, প্ৰেম তাৰ
মন্দাৰ সৌৰভ।

এই অনুভূতি পৌৰুষদীপ্ত প্ৰাণৰ চানেকি। নাৰীৰ ৰূপৰ জুইত আৰু মনৰ সৰোবৰত তেওঁ জানি-শুনি ডুব দিছে। নাৰী তেওঁৰ কবিতাৰ সুখ আৰু আনন্দৰ উৎস। নাৰীৰ পৰা পোৱা জ্বালা আৰু বেদনাও তেওঁৰ মধুৰ ঐশ্বৰ্য।

সৌন্দৰ্য কামনা দেৱকান্তৰ কবিতাৰ অন্যতম লক্ষণ। প্ৰিয়াৰ মাজত আৰু প্ৰিয়াৰ সান্নিধ্যত ধন্য হোৱা পৃথিৱীৰ মাজত তেওঁ লক্ষ্য কৰিছে অবিৰাম সৌন্দৰ্যৰ স্ফুৰণ। এই সৌন্দৰ্যই তেওঁৰ সকলো বেদনা আৰু নৈৰাশ্যৰ ঠাইত এক আত্ম-তৃপ্তিৰ ভাব জগাই তুলিছে।

'সাগৰ দেখিছা' কবিতাটিৰ মাজত প্ৰকাশ পাইছে মানুহৰ চিৰকলীয়া পূৰ্ণতাৰ তৃষা। ক্ষন্তেকীয়া জীৱনত দুদিনৰ ৰূপ-যৌৱন, কামনা-বাসনা লৈ মানুহে কাৰুণ্যক জয় কৰাৰ যত্ন কৰে। 'আমি দুৱাৰ মুকলি কৰোঁ'ত মানুহৰ পৰম প্ৰাপ্তিৰ পথ বিচাৰি তেওঁ বিচিত্ৰ-চিন্তাৰ জাল তৰিছে।

তেওঁৰ দেশপ্ৰেমৰ কবিতা দুটিও যথেষ্ট সুন্দৰ। 'মোৰ দেশ মানুহৰ দেশ'ত সুন্দৰী ভাৰতবৰ্ষ আৰু ৰূপহী অসমৰ মহিমা ঘোষণা কৰি সোঁৱৰণ কৰিছে যুগে যুগে এই দেশত জ্বলা মৈত্ৰী আৰু অহিংসাৰ শলিতাৰ কথা। এই দেশৰ মানুহ.মৰ্ণ বিজয়ী—

জীৱনৰ মৃত্যুঞ্জয়ী আকুল আহবানে বাৰে বাৰে
মাতিছে আমাক,
তেজেৰে আমাৰ
পাণিপথ, হলদীঘাট, পলাশীৰ, শৰাইঘাটৰ
মাটি সেমেকাই
আমি তাক কৰিছো গ্ৰহণ।

এসময়ৰ এনে উজ্জ্বল দেশখনিৰ আজিৰ অৱস্থাই কবিক ব্যথিত কৰিছে। মানুহৰ অধঃপতনে তেওঁক সুঁৱৰিবলৈ বাধ্য কৰিছে লাচিত ফুকনলৈ। জাতিৰ বুকুত দুৰ্মদ যৌৱন জগাই তোলোঁতা লাচিত ফুকনৰ কাষত কবিয়ে যেন হৃদয় উজাৰি কৈছে নিজ দেশ আৰু জাতিৰ অধঃপতনৰ কথা। বাহিৰৰ জগতত পৰিবৰ্তনৰ ঢল নমাৰ সময়তো অসম ঢাক খাই আছে কুসংস্কাৰৰ অন্ধকাৰত। কবিৰ আক্ষেপ—

শাস্ত্ৰৰ তলি উঁদি হৈ গ'ল, নেলাগিল মাথোঁ থিত
মৰ আঁউসীত হাল বালে লাগে কেই ধেনু পৰাচিত।

অসমৰ কাম্যভূমিত চৰা ঘাহ খাই থকা 'গাধৰ পাল'বোৰৰ লজ্জাহীনতাই তেওঁক ব্যথিত কৰিছে। সেয়ে স্বদেশৰ মহান বীৰজনাক তেওঁ অনুৰোধ কৰিছে,

আকউ এবাৰ শুনোৱা তোমাৰ ৰণ-আহ্বান বাণী
আকউ এবাৰ ৰঙা কৰি মৰো লুইতৰ বগা পানী।

তেওঁৰ কবিতাত আৰু ফুটি উঠিছে সমাজৰ কঠুৱা ৰীতি আৰু পাপৰ ধাৰণাৰ প্ৰতি প্ৰতিবাদৰ কণ্ঠস্বৰ। কিন্তু এই প্ৰতিবাদৰ ভাষা অভিনবভাৱে কাব্যধৰ্মী। নিয়তিৰ লগত হোৱা মানুহৰ অবিৰাম সংগ্ৰামৰ ঘোষণাও তেওঁৰ কবিতাৰ প্ৰাণ-বস্তু। এই সৰ্বপ্ৰকাৰৰ ঘোষণাত তেওঁৰ ৰচনা-শৈলী এক অনুপম কাব্যিকতাৰে সিক্ত হৈ প্ৰকাশ পাইছে যাৰ তুলনা অন্য কবিৰ কবিতাত নাই। হেম বৰুৱাই ক'বৰ দৰে, "অকনো অতিশযোক্তি নকৰাকৈ ক'ব পাৰি, জাপানী পুষ্প শিল্পীযে যি দক্ষতাৰে ফুল সজায়, সেই একে দক্ষতাৰে বৰুৱাই উপমা মনোধৰ্মী সাজত সজায।" এইদৰেও 'কোৱা হৈছে, "মাজে সময়ে দেববৰুৱাৰ আনন্দোল্লাসত দৰ্শনতত্ত্ব প্ৰবাহিত হোৱা যেন অনুমান হয। এই দৰ্শনতত্ত্ব হৈছে মানুহৰ জীৱন-নিয়ন্ত্ৰণ কৰা নিয়তিৰ দৰ্শন।"

দেৱকান্ত বৰুৱাৰ কবিতাত তেওঁৰ জীবনবোধ যি অনুপম বচনভংগীৰে কবিতাৰূপত প্ৰকাশিত হৈছে, সিযেই অনবদ্য কৰি তুলিছে 'সাগৰ দেখিছা'ক আৰু শ্ৰেষ্ঠ আসন দিছে শেষ ৰোমাণ্টিক স্তৰৰ এই প্ৰতিভাবান কবি জনক।

## আধুনিক যুগৰ আৰম্ভণি

দেৱকান্ত বৰুৱা আছিল অসমীয়া কবিতাৰ ৰোমাণ্টিক আৰু আধুনিক যুগৰ দোমোজাৰ কবি। তেওঁৰ আগলৈকে কবিতাৰ জগতত ছাঁ পোহৰৰ মায়াভৰা ৰূপৰ প্ৰাধান্যই বেছি আছিল। অনুভূতিৰ প্ৰাবল্য আৰু আবেগ-বিহ্বলতা আছিল কবিতাৰ ঘাই সুৰ। দেৱকান্ত আছিল প্ৰথম কবি, যি জনে কল্পনাৰ কোমল বান্ধোন একেবাৰে এবাব নোৱাৰিলেও দিঠকৰ কঠোৰ মাটিতো ভৰি থৈছিল।

ইযাৰ পিছৰে পৰা অসমীয়া কবিতাৰ জগতত এক দ্বি-মুখী সোঁতৰ প্ৰবাহ চলি থকা পৰিলক্ষিত হয। আনন্দ চন্দ্ৰ বৰুৱা, গণেশ গগৈ আৰু দেৱকান্ত বৰুৱাৰ অনুসৰণত কেইজনমান কবিয়ে কেইটামান ভাল কবিতা লিখিছিল চতুৰ্থ দশকৰ শেষৰ ফালে। তাৰ ভিতৰত শশীকান্ত গগৈ আছিল এজন ভাল কবি। মহেন্দ্ৰনাথ ডেকাফুকনেও ভালেমান শক্তিশালী ভাল কবিতা ৰচনা

কৰিছিল। অন্যান্য কবিৰ ভিতৰত উল্লেখযোগ্য দুজনমান আছিল ভৱানন্দ ৰাজখোৱা, ভৱপ্ৰসাদ ৰাজখোৱা, দুলাল চন্দ্ৰ বৰপুজাৰী আদি।

কিন্তু কবিতাৰ জগতত অবিৰাম প্ৰণয়ৰ হা-হুমুনিয়াহ আৰু ব্যক্তিগত উচ্ছ্বাসৰ পুনৰাবৃত্তিয়ে পাঠকক একো নতুনত্ব দিব পৰা নাছিল। ছন্দৰীতি আৰু শব্দ-বিলাসৰ প্ৰাচুৰ্যত কবিতা হৈ পৰিছিল আমনিদায়ক। এনে-সময়তে নতুন কবিতাৰ বীজ ৰোপিত হৈছিল 'জয়ন্তী'ৰ বুকুত। কঠিন বাস্তৱৰ নিঠুৰ সমস্যা আৰু নগ্ন সত্যসমূহ কবিতাত সোমাই পৰিছিল। ফলত ইয়াৰ আগৰ লেহুকা-কোমল ৰূপ কবিতাৰ পৰা লাহে লাহে আঁতৰি-বলৈ ধৰিলে। দীননাথ শৰ্মা সম্পাদিত 'আৱাহনে'ও অসমীয়া কবিতাত নতুন নতুন ভাৱধাৰা আৰু আংগিকৰ আগমন ঘোষণা কৰিলে। নতুনৰ প্ৰৱেশ ঘটা আৰু পুৰণিয়েও বিদায় ল'বলৈ নিবিচৰা এনে সংক্ৰান্তিৰ কালতে 'জয়ন্তী'ত প্ৰথমে দুই ধৰণৰ কবিতা প্ৰকাশ পাইছিল। এবিধে বহন কৰিছিল পুৰণি পৰম্পৰা আৰু আনবিধে মুকলি কৰিছিল আধুনিকতাৰ দুৱাৰ। 'জয়ন্তী'ৰ প্ৰথম সংখ্যাতে প্ৰকাশ পাইছিল অতুল চন্দ্ৰ হাজৰিকাৰ 'গন্ধ-মালতী' আৰু প্ৰসন্নলাল চৌধুৰীৰ 'নাঙলৰ গীত'। প্ৰথমটো আছিল ৰোমাণ্টিক পৰম্পৰাৰ কবিতা, দ্বিতীযটোত ফুটি উঠিছে খাটি খোৱা মানুহৰ প্ৰতি সহানুভূতিৰ নতুন সুৰ। এই সুৰৰে বিস্তাৰ দেখা গ'ল অমূল্য বৰুৱা, ভবানন্দ দত্ত আদিৰ কবিতাত। কিন্তু এই নতুন কঠোৰ সুৰত নতুনত্ব থাকিলেও পাঠকৰ বাবে ক'ৰবাত কিবা এটা অভাব যেন ৰৈযেই গৈছিল। ৰোমাণ্টিক কবিতাই বিৰক্ত কৰা আৰু নতুন কবিতাই সকলোখিনি দিব নোৱৰা এনে সমযতে আৱিৰ্ভাৱ হৈছিল হেম বৰুৱাৰ। হৃদযৰ লগে লগে চিন্তা শক্তিযে, উপমাৰ লগে লগে মানস-চিত্ৰই কবিতাত ঠাই পাবলৈ ধৰিছিল। কবিতা হৈ পৰিছিল যথাৰ্থতেই আধুনিক। বিষযবস্তুৰ লগে লগে ছন্দ ৰীতিলৈও নতুনত্ব অনা এই সময়ৰ দুটা কবিতা হ'ল হেম বৰুৱাৰ 'বান্দৰ' আৰু মহেশ্বৰ নেওগৰ 'অন্ত্যজা'। প্ৰথমটোত আছিল স্পন্দিত গদ্য আৰু পিছৰটোত আছিল মুক্তক ছন্দৰ প্ৰথম প্ৰকাশ। এইদৰে বিষয-বস্তু আৰু আংগিকৰ নতুনত্বই কবিতাক শিকাইছিল ৰোমাণ্টিকতা বাদ দি আধুনিক লক্ষণ পৰিগ্ৰহণ কৰি-বলৈ। হেম বৰুৱাৰ পিছে পিছে আগমন ঘটা নবকান্ত বৰুৱা আৰু তেওঁৰ সতীৰ্থ কবিসকলৰ হাতত কবিতা নতুন ৰূপেৰে সজ্জিত হৈ উঠিল।

বৰ্তমানৰ অসমীয়া কবিতাক আধুনিক কবিতা বা নতুন কবিতা বোলা হয়। এই কবিতা কেইটামান বিশেষ লক্ষণেৰে ভৰপূৰ।

## আধুনিক অসমীয়া কবিতা আৰু কবিসকল

নতুন যুগৰ চিন্তা আৰু চেতনা যি সাহিত্যত প্ৰতিবিম্বিত হৈ উঠে, সেই সাহিত্যক সাধাৰণ অৰ্থত আধুনিক বুলি ক'ব পাৰি। কিন্তু ঠায়ে ঠায়ে এই চেতনাও বেলেগ বেলেগ সময়ত জাগৰিত হ'ব পাৰে। উনবিংশ শতিকাৰ প্ৰথম দুই দশকত ইংলেণ্ডত যি ৰোমাণ্টিক সাহিত্যৰ বিকাশ ঘটিছিল, ভাৰতত তাৰ বিকাশ ঘটিছিল সেই শতাব্দীৰ একেবাৰে শেষৰ ফালেহে। বংগদেশৰে সাহিত্যত পাশ্চাত্য জগতৰ চিন্তাৰ ছাঁ পৰাৰ বহু পিছতহে আমাৰ অসমীযা সাহিত্যত পাশ্চাত্য প্ৰভাৱে দেখা দিছিল। আধুনিকতা এটা আপেক্ষিক শব্দ। কবিতাৰ ক্ষেত্ৰত আধুনিকতাৰ বিচাৰ কৰাটো আৰু কঠিন। কবিৰ মনৰ জগত আৰু কবিতা পাঠকৰ মনৰ জগতৰ মাজত যেতিয়া একে সময়তে নতুন চেতনাৰ সাঁকোৰে অনুভূতিৰ আদান-প্ৰদান ঘটে, তেতিযাই কবিতাত আধুনিকতা স্বীকৃত হয। অসমীযা কবিতাত অমূল্য বৰুৱাৰ দিনৰে পৰা এক নতুন চেতনা স্ৰোত প্ৰৱাহিত হৈছিল। কিন্তু পাঠকৰ সমাজত সি বিয়পি পৰাৰ সুবিধা লাভ কৰা নাছিল সেইবোৰৰ আকস্মিকতা আৰু অভাৱনীয়তাত, বিশেষকৈ বিষয-বস্তু, নামকৰণ আদিৰ ক্ষেত্ৰত। কবিতাত আধুনিকতাই প্ৰথমেই দিয়ে একোটা বিস্ময়ৰ চমক। কবিৰ চকুত বিশেষ ভাৱে ধৰা পৰা একো একোটি অগতানু-গতিক উপলব্ধিযে সেই চমক প্ৰদান কৰে। অসমীয়া সাহিত্যৰ কবি আৰু পাঠকে যেতিয়া ফুল, তৰা, ৰূপহীৰ মাজত সৌন্দৰ্য বিচাৰি এসময়ত ক্লান্ত হৈ পৰিছিল তেতিয়া তেওঁলোকে সন্ধান কৰিছিল অন্য দৃষ্টিকোণেৰে অন্য আকৰ্ষণৰ। দেহৰ পৰা মনলৈ গতি কৰা সৌন্দৰ্যৰ সেই সন্ধানত অনুভূতি আৰু চিন্তাধাৰাৰ যি বৈচিত্ৰ্য পৰিলক্ষিত হয়, আপাত দৃষ্টিত সি সকলো সময়তে সুন্দৰ নাছিল। কেতিযাবা সকলো 'অসুন্দৰ' আৰু 'অশুভ'ৰ মাজতো কবিযে কবিতাৰ সমল বিচাৰি পায। আধুনিক কবিতাৰ ই এক প্ৰধান বৈশিষ্ট্য। দুখ আৰু পাপৰ সংমিশ্ৰণত উদ্ভব হোৱা অমংগল বোধৰ চেতনা আধুনিক কবিতাৰ এক বিস্ময়কৰ উপাদান। 'জয়ন্তী' যুগৰ অসমীয়া কবিতাত ইয়াৰ প্ৰকাশ দেখা গৈছিল।

ফ্ৰান্সত কবি বোদলেয়াৰে অমংগল বোধৰ প্ৰবল আঘাতেৰে কবিতাৰ ৰাজ্যৰ ৰোমাণ্টিকতাৰ অৱসান ঘটাইছিল। বোদলেয়াৰৰ দৰে কবিসকলৰ প্ৰতি ৰবীন্দ্ৰনাথে কৈছিল, 'একো একোজন জড় প্ৰকৃতিৰ লোক আছে জগতৰ খুব কম বিষয়ৰ প্ৰতিহে যি সকলৰ হৃদয়ৰ ঔৎসুক, তেওঁলোক জগতত জন্ম-গ্ৰহণ কৰিও অধিকাংশ জগতৰ পৰা বঞ্চিত। তেওঁলোকৰ হৃদয়ৰ গবাক্ষবোৰ সংখ্যাত কম আৰু বিস্তৃতিত সংকীৰ্ণ বাবে বিশ্বৰ মাজত তেওঁলোক প্ৰবাসী হৈ আছে।" গতিকে কবিতাৰ জগতত স্পষ্টভাৱে দুটা দল থাকে। এটা শ্ৰেণীয়ে সুখে-দুখে ভৰা পৃথিৱীক যথাযথ ভাবে অথবা সৰসতাৰে কোমলাই গ্ৰহণ কৰে। আনটো শ্ৰেণীয়ে পৃথিৱীক চায় কেৱল বিদ্বেষ আৰু ঘৃণাৰে। অসমীয়া আধুনিক কবিতাতো দুটা দল আছে। তাৰে পিছৰটো অৱশ্যে উগ্ৰ বোদলেয়াৰপন্থী নহয়। বিদ্বেষ বা প্ৰতিবাদ থাকিলেও অসমীযা কবিতাত ঘৃণা আৰু বিদ্বেষে চূড়ান্ত উগ্ৰ ৰূপ ধাৰণ কৰা নাই।

শোষিত, লাঞ্ছিত, বেমাৰী, ভিক্ষাৰী আৰু খাবলৈ নোপোৱা মানুহৰ মাজত কবিতাৰ সমল বিচাৰি পোৱাটো আধুনিক মনৰ লক্ষণ। অৰ্থাৎ যি বোৰ উৎসত কবিতা নাই, তাতে কবিতাৰ সৃষ্টি কৰাটো আধুনিক মনৰ প্ৰকৃতি। কবিতা বুলিলে সাধাৰণতে মনলৈ অহা কোমলতা আৰু সুন্দৰতাৰ পৰা মানুহৰ মন হঠাতে কঠিনতা আৰু কুৰূপতালৈ টানি অনাটো অৱশ্যে সকলো কবিৰ বাবে সম্ভৱ নহয। এনেবোৰ কবিতা গ্ৰহণ কৰাটোও সকলো মনৰ বাবে সম্ভৱ নহয। অসমীযা কবিতাৰ আধুনিক কালৰ আদিতেও এনে এটি সংকট আহি পৰিছিল। কবি আৰু পাঠক উভয়েই আধুনিকতাৰ অকস্মাৎ আগমনত দিশহাৰা আৰু ব্যতিব্যস্ত হৈ পৰিছিল। তৰুণ কবি সকলে সমানে লাভ কৰিছিল প্ৰশংসা আৰু নিন্দা। প্ৰিয়াৰ ৰূপৰ কোমলতাৰ পৰা হঠাতে নামি গণিকাৰ কথা চিন্তা কৰিবলৈ প্ৰথমৰ ফালে পাঠকৰ হৃদয সাজু হোৱা নাছিল।

আধুনিক কবিতাই মানুহৰ একান্ত ব্যক্তিগত আৰু গোপনীয় বিষযসমূহ লৈ যি আলোচনাত প্ৰবৃত্ত হয়, সি সকলো সময়তে সকলো পাঠকৰ বাবে বোধগম্য নহবও পাৰে। পাঠকক বিমোৰত পেলোৱা নতুন কবিতাৰ দুটামান লক্ষণ হ'ল সমাজৰ প্ৰচলিত ৰীতিৰ প্ৰতি প্ৰৱল অনীহা আৰু নিজৰ মনো-ভাৱক সহজবোধ্য নোহোৱাকৈ ঢাকি ৰখাৰ এক বিস্ময়কৰ প্ৰৱণতা। প্ৰথম-টোৱে কবিতাত দিছে এক অসন্তুষ্টিৰ মনোভাব। দ্বিতীয়টোৱে দিছে দুৰ্বোধ্য

হোৱাৰ লক্ষণ। অসমীয়া কবিতাতো এই দুয়োটা দিশ দেখা যায়। সেই-বাবে আধুনিক অসমীয়া কবিতা পাঠকৰ মাজত এক বিতৰ্কৰ বিষয় হৈ পৰিছিল, কবিতা বাৰে বাৰে এই প্ৰশ্নত। প্ৰতীক চিত্ৰকল্পৰে ভাৰাক্ৰান্ত কবিতাই প্ৰথম দৃষ্টিত এই কথা প্ৰতীয়মান কৰাইছিল যে কবিতা হ'ল কবিৰ নিজৰ দৰে সতীৰ্থ সকলেহে বুজিব পৰা এবিধ সাহিত্যকলা, সকলোৰে বাবে কবিতা নহয়। কিন্তু প্ৰকৃততে কবিতাক কোনোপধ্যেই সামগ্ৰিক জন জীৱনৰ পৰা আঁতৰাই চাব নোৱাৰি। প্ৰতি মানুহৰে অন্তৰত থকা আকাশ বতাহৰ প্ৰতি ভালপোৱা, প্ৰেমহীনতা অথবা প্ৰেমৰ পৰশ, আলোচনাৰ আদান-প্ৰদানৰ ইচ্ছা, নগৰৰ উত্তেজনা আৰু কুৰূপতা, গ্ৰামাঞ্চলৰ সজীৱতা আৰু সংকীৰ্ণতা, ঘৃণা-বিৰাগ-অনুৰাগৰ অনুভূতিকে কবিতাই প্ৰকাশ কৰে, তাকে যেনিবা নিজৰ ভাষাত। এই আটাইবোৰ অনুভূতিয়ে প্ৰকাশৰ বাট বিচাৰি মৰে সাধাৰণ মানুহৰো অন্তৰত। কিন্তু কবিয়ে সহজে বাট বিচাৰি পায আৰু বুটলি ল'বলৈ জানে প্ৰযোজনীয শব্দ। মানসিক পৰিশ্ৰমৰ অন্তত তেওঁ সাজি উলিযাব পাৰে একোটি নিটোল কবিতা। গতিকে কোনো একোজন কবিৰ ব্যক্তিগত ৰচনা হ'লেও একোটা কবিতাই কোনো এখন সমাজৰ বহুত মানুহৰ আশা-নিৰাশা আৰু সমস্যাৰ ছবি বহন কৰে। এই লক্ষণ আধুনিক কবিতাত যিমান স্পষ্ট, ৰোমাণ্টিক কবিতাত সিমান নহয। আধুনিক অসমীযা কবিতাযো এই দৰেই জন-জীবনৰ বাৰ্তাৰ বহন কৰি আহিছে।

মনবোৰ আধুনিক হৈ গলেও যে কেবল চহৰৰ ধূলি, ধোঁৱা, কাৰখানাৰ শব্দহে চিনি পাব লাগিব এনে নহয। এনে মনেও শুনে কুলিৰ মাত, নদীৰ উচ্ছল সুৰ। এনেবোৰ মনো প্ৰেমত পৰে অথবা প্ৰেমৰ সপোন দেখে। সেযেহে আধুনিক অসমীযা কবিতাত প্ৰেম আৰু প্ৰকৃতি কোনোটোৱেই উপেক্ষিত হোৱা নাই।

আধুনিক অসমীযা কবিতাই ৰাজনীতিৰ কথাও নোকোৱাকৈ থকা নাই। প্ৰাচীনপন্থী সকলৰ দৃষ্টিত কবিতা আৰু ৰাজনীতি দুটা বিপৰীত মেৰুৰ বস্তু যদিও আধুনিক দৃষ্টিত ৰাজনীতি হ'ল মানুহৰ সমাজ-জীৱনৰ, আৰু ব্যক্তিগত জীৱনৰো, সবাতোকৈ প্ৰভাৱশালী শক্তি। কবিতাত ৰাজনীতি থাকে কবিৰ কোনো আদৰ্শ-স্থাপনৰ মনোভাৱ অথবা কোনো সংস্কাৰৰ মনোভাৱ

নাইবা কোনো প্ৰতিবাদৰ মনোভাৱৰ ছদ্মবেশত। কিছুমান কবিতাই ৰাজনৈতিক চেতনাৰে মানৱ মুক্তিৰ বাণী বহন কৰে।

আধুনিক অসমীয়া কবিতাত থকা সমাজ সচেতনতাৰ মনোভাৱ বহুখিনি মাৰ্ক্সীয় দৰ্শনৰ প্ৰভাৱৰ ফল। শোষিতৰ প্ৰতি সহানুভূতি এই দৰ্শনৰ অন্যতম বৈশিষ্ট্য। এনে দৰ্শনৰ ভিত্তিত ৰচিত ভালেমান কবিতা আধুনিক অসমীয়া সাহিত্যৰ মূল্যবান সম্পদ ৰূপে বিবেচিত হৈছে। মাৰ্ক্সৰ বাহিৰে এটা গুৰুত্বপূৰ্ণ নাম হ'ল চিগমণ্ড ফ্ৰয়েড, যিজনে আধুনিক মানুহৰ চিন্তাধাৰাত নতুন চেতনা জগাবলৈ সমৰ্থ হ'ল। এই দুজনৰ বাহিৰেও আৰু কেইবাজনো চিন্তাবিদৰ তথ্যপূৰ্ণ বিশ্লেষণ আৰু নানা চিন্তাৰ সমল যোগোৱা অৱদানে অসমীয়া আধুনিক কবিতাত প্ৰভাৱ পেলাইছে।

আধুনিক অসমীয়া কবিতাখিনি আলোচনা কৰিলে এইবোৰক দুটা ভাগত বিভক্ত কৰিব পাৰি। তাৰে এবিধ হ'ল হৃদয় পৰশি যোৱা আৰু আনবিধ হ'ল মগজুৰ দুৱাৰেদি সোমাই অহা। প্ৰথম বিধৰ কোমলতা আৰু সৰলতাৰ তুলনাত পিছৰ বিধ কিছু জটিল। কাৰণ এইবোৰ কবিতাই পাঠকৰ পৰা অধিক সচেতনতা আৰু অধ্যয়নৰ দাবী কৰে। সেয়েহে কোতিযাবা সীমিত সচেতনতা আৰু অধ্যয়নৰ পাঠকৰ বাবে এইবোৰ জটিল আৰু দুৰূহ হৈ পৰে। এই অস্পষ্টতা নতুন কবিতাৰ প্ৰধান বৈশিষ্ট্য। অস্পষ্ট সেইসকলৰ বাবে, যিসকলৰ বুদ্ধি আৰু হৃদয় নতুন কবিতাৰ ৰস-গ্ৰহণৰ বাবে উপযুক্ত হৈ উঠা নাই, অৰ্থাৎ যিসকলে নতুন কবিতাৰ দুৱাৰ মুকলি কৰাৰ সচাঁৰ-কাঠি বিচাৰি পোৱা নাই। এনেবোৰ কবিতা বুজিপাবৰ বাবে কেতিয়াবা অধ্যৱসায়ৰো প্ৰয়োজন হয়।

কবিতা উপলব্ধি কৰিবলৈ যে কেৱল হৃদযখনেই যথেষ্ট নহয়, মগজুৰো যথেষ্ট প্ৰয়োজন, এই ধাৰণা অসমীযা কবিতাত সোমাই পৰে হেম বৰুৱাৰ দিনৰ পৰা। অমূল্য বৰুৱাই আৰম্ভ কৰি যোৱা নতুন আৰু 'অস্বাভাৱিক' চিন্তাধাৰাৰ প্ৰতি যিসকলে আওকণীয়া মনোভাৱ লৈ আছিল, তেওঁলোকো হেম বৰুৱাৰ আৰু তাৰ পিছত নৱকান্ত বৰুৱাৰ কবিতা দেখি সজাগ হৈ উঠিল। কাৰণ এইবোৰ কবিতাত এনে এটা বস্তু আছিল যিবোৰ বুজি পাবলৈ একান্তভাৱে মন যায়, অথচ সহজে বুজি উঠা সম্ভৱ নহয়। অসমীয়া নতুন কবিতাৰ প্ৰায়বোৰতে বুদ্ধিদীপ্ত মনৰ প্ৰতিফলন ক্ৰমে বাঢ়ি আহিবলৈ

ধৰিলে। কবিসকলৰ অধ্যয়ন আৰু অভিজ্ঞতাৰ চিনাকি থকা কবিতাবোৰ বুজি পাবলৈ পাঠকৰো অধ্যয়নলব্ধ জ্ঞানৰ প্ৰয়োজন বাঢ়ি আহিল।

কবিতা যিহেতু যুগ মানসৰ দাপোণ স্বৰূপ, তাত নতুন কালৰ সকলো বিচিত্ৰ অনুভৱৰ ছাঁ পৰাটো স্বাভাৱিক। এই অনুভৱ উৎফুল্লিত আৰু তিক্ত দুয়োটাই। ব্যস্ত, অস্থিৰ, হতাশ আৰু প্ৰত্যাশা মনৰ প্ৰতিফলন ইয়াত স্পষ্ট। অসমীয়া কবিতাত কবিসকলৰ বিচিত্ৰ অনুভৱৰ প্ৰকাশ দেখা যায়। এই বিচিত্ৰ আৰু বিক্ষিপ্ত মনোভাৱৰ প্ৰকাশৰ বাবে কবিসকলে প্ৰতীক আৰু চিত্ৰকল্পৰ সহায় প্ৰচুৰ ভাবে গ্ৰহণ কৰিছে। ৰাজনীতি-সমাজনীতিৰ সমস্যা, নগৰীয়া জীৱনৰ আৰ্তনাদ আদি জটিল বৃত্তিসমূহ কবিতালৈ ৰূপান্তৰিত কৰিবৰ বাবে ভাষাৰ কৌশলগত প্ৰয়োগো প্ৰায় অপৰিহাৰ্য। এই কৌশলৰ মেৰপেচ ভাঙি চাব নাজানিলে নতুন কবিতাক দুৰ্বোধ্য বুলি ভবা হয়। অসমীয়া কবিতাৰ একাংশত কবিসকলৰ চকুত পৰা অস্থিৰ পৰিস্থিতিৰ ছবি আৰু উপলব্ধি কৰা বিচিত্ৰ আৰু বিক্ষিপ্ত অনুভূতিয়ে এক জটিল বাক্‌ৰীতিৰ মাজেদি আত্মপ্ৰকাশ কৰিছে। এইবোৰ কবিতা এফালেদি অতি উচ্চ স্তৰৰ শিল্পকাৰ্য যদিও আনফালেদি সীমিত অধ্যয়নৰ পাঠক সমাজৰ বাবে নিতান্তই দুৰ্বোধ্য।

নতুন কবিতাই তাৰ আৰম্ভণিতে যি কঠিন আৰু ধাতৱ ৰূপ লৈ দেখা দিছিল তাত যথাৰ্থতেই পাঠকৰ বাবে সংশয়ৰ অবকাশ আছিল প্ৰচুৰ। ইলিয়ট, এজৰা পাউণ্ড, লুই মেকনিছ, ডব্লিউ বি ইয়েটছ, ডাইলান টমাছ, বোদলেযাৰ, মালাৰ্মে আদি কবিসকলৰ কলমত ৰূপ পোৱা নতুন আৰু অভিনৱ চিন্তাধাৰা আৰু প্ৰকাশৰ শৈলীযে চল্লিশৰ দশকত পৃথিৱীৰ প্ৰায়বোৰ দেশতে প্ৰভাৱ পেলাইছিল। ভাৰতীয় কবিসকলেও এৰিবলৈ যত্ন কৰিছিল কান্তিগুণৰ প্ৰাধান্য। অসমীয়া কবিতাত এই নতুন প্ৰভাৱে পাঠকৰ মাজত সৃষ্টি কৰিছিল এক আলোড়নৰ। নতুন কবিতাৰ শক্তিশালী আৰু যুক্তিনিষ্ঠ বক্তব্যৰ আগত পুৰণি কবিতাৰ সপোন উৰলি গৈছিল। ইংৰাজী কবিতাই দিয়া জটিল শব্দ সমাহাৰৰ প্ৰয়োগ কৌশলেৰে অসমীয়া কবিতা হঠাতে বিচিত্ৰ হৈ উঠিছিল। এই নতুন বিস্ময়ৰ মুখামুখী হ'বলৈ পাঠকক কিছু সময় লগাই নিশ্চয় স্বাভাৱিক। কিন্তু লাহে লাহে পৰিবৰ্তিত সময়ৰ পটভূমিত কবিতাই বেছিভাগ পাঠকৰে মন জয় কৰি ললে। চিত্ৰকল্প আৰু প্ৰতীকৰ সুপ্ৰয়োগে কবিতাক ৰমনীয়তা দান কৰিলে। বিস্তৃত বিচাৰত অসমীয়া

কবিতালৈ অহা সমূহ নতুনত্বই পাঠকৰ মন জয় কৰিলে বুলিয়েই ক'ব পাৰি।

সামগ্ৰিক ভাবে চাবলৈ গ'লে, অসমীয়া নতুন কবিতাৰ কেইটিমান বৈশিষ্ট্য আছে। তাৰে প্ৰথমটো ধৰা পৰে বিষয়বস্তু নিৰ্বাচনৰ ক্ষেত্ৰত। যিবোৰ বিষয়ক ইমানদিনে কবিতাৰ ৰাজ্যলৈ আহিবলৈ দিয়া নহৈছিল, সেইবোৰো অনায়াসে কবিতাত সোমাই পৰিল। ভাল-বেয়া, ঘৃণাজনক, লজ্জাজনক, আনন্দ আৰু বিষাদদায়ক সকলো অনুভূতিয়ে সমানে গুৰুত্ব পাবলৈ ধৰিলে। এইবোৰৰ প্ৰকাশৰ বাবে প্ৰতীক বাছি লোৱা হ'ল। প্ৰতীক-ধৰ্মী শব্দৰ প্ৰাচুৰ্য বাঢ়ি আহিল। ফলত কবিতাৰ অন্তৰ্নিহিত ভাব এখন আঁৰকাপোৰৰ আঁৰত ঢাক খাই পৰিল আৰু অনুশীলনৰ দ্বাৰাহে সেই আঁৰকাপোৰ আঁতৰাৰ পৰা অৱস্থা হ'ল। প্ৰতীক আৰু চিত্ৰকল্পৰ প্ৰয়োগৰ বাবে কবিতাৰ ভাষা আপাত দৃষ্টিত অসংলগ্ন যেন লগা হৈ পৰিল। কবিতাৰ বাহ্যিক আবৰণ খেলি মেলি আৰু ছিগা-ভগা যেন লগা হ'ল। পুৰণি-ছন্দৰীতি আঁতৰি গৈ কবিতা মুকলি হৈ পৰিল আৰু সহজ কথা কোৱাৰ ভংগী এটা কবিতাই আপোন কৰি ললে। যিবোৰ চিত্ৰকল্প প্ৰয়োগ কৰা হয়, কেতিয়াবা সেই বোৰৰো কিছুমানৰ মাজত অসংলগ্নতা চকুত পৰে আৰু যথেষ্ট কষ্ট কৰিহে সেইবোৰৰ মাজত থকা যোগসূত্ৰ বিচাৰি উলিয়াব পৰা যায়। কিছুমান কবিতাই ৰূপকথা বা অতিকথাৰ ইমান ইংগিতপূৰ্ণ প্ৰয়োগ কৰে যে মূল কাহিনীটোৰ লগত সম্পৰ্ক নাথাকিলে কবিতাটো বুজাই নাযায়। সেইদৰে একোটি চৰিত্ৰৰ হঠাৎ উল্লেখে পাঠকৰ পৌৰাণিক বা ঐতিহাসিক জ্ঞানৰো দাবী কৰে। ঘৰুৱা মাত-কথা, আনকি উপভাষাৰ প্ৰয়োগো নতুন কবিতাত দেখা যায়। ফৰাচী, জাপানী, ইংৰাজী আদি কবিতাৰ প্ৰভাবে অসমীয়া নতুন কবিতাৰ ভাৱ, ভাষা আৰু ছন্দ-সঞ্জাত নতুনত্ব প্ৰয়োগ কৰিবলৈ প্ৰেৰণা যোগালে।

এই আটাইবোৰ বৈশিষ্ট্যৰ ভিত্তিত কোৱা যায় যে ভাৰতৰ আনসকলৰ দৰে অসমীয়া আধুনিক কবিসকলেও "পাউণ্ডৰ পৰা ফৰ্ম, শব্দৰ সংগীত আৰু সুৰ, সাংগীতিক ফৰ্মক কবিতালৈ ৰূপান্তৰ, প্ৰসংগ উল্লেখ, নিৰ্দেশ, সাহিত্য-সংস্কৃতিৰ ব্যাপক প্ৰচাৰ আৰু অৰ্থনীতিৰ দ্বাৰা গভীৰতৰ বোধ উদ্দীপনাৰ প্ৰচেষ্টা, চিত্ৰকল্পৰ ব্যৱহাৰ, শব্দ আৰু বাক্যৰ প্ৰচণ্ড সংহতি,

মুখৰ কথ্যভাষাৰ ব্যৱহাৰ, বিভিন্ন দেশৰ কাব্যৰ ফৰ্মৰ পৰীক্ষা-নিৰীক্ষা" ইত্যাদি বিভিন্ন লক্ষণ আহৰণ কৰিছিল।

অসমীয়া কবিতাৰ গতিপথ অনুধাৱন কৰিলে দেখা যায় যে পঞ্চাশৰ পৰা সত্তৰ দশকলৈকে কবিতাৰ যি জটিল প্ৰক্ৰিয়া চলি আছিল, আশীৰ দশকৰ পৰা তাৰ সৰলীকৰণ আৰম্ভ হৈছে। এফালে হেম বৰুৱা, নবকান্ত বৰুৱা আনফালে হীৰেণ ভট্টাচাৰ্য আদি, এই দুযোটা ধাৰাৰ পৰা অনুজ কবিসকলে বহুতো প্ৰেৰণা লভি এক তৃতীয় ধাৰাৰ জন্ম দিছে। এই পিছৰ থুলৰ কবিতাখিনিত শব্দ-প্ৰয়োগ আৰু শব্দ নিৰ্বাচনৰ ক্ষেত্ৰত এক নিমজ কৌশল লক্ষ্য কৰা যায়। যুগ সচেতন বুদ্ধিদীপ্ত মনৰ পৰিচয় এই কবিতাবোৰৰ বৈশিষ্ট্য।

অসমীয়া কবিতা এইদৰেই ৰোমাণ্টিক স্তৰৰ পৰা আধুনিক কাললৈ আগবাঢ়ি আহিছে আৰু ক্ৰমে অধিক পূৰ্ণতাৰ ফালে গতি কৰিছে।

অসমীয়া কবিতাত হেম বৰুৱাৰ কাল আৰম্ভ হোৱাৰ আগতেই নতুনত্ব আনিছিল ধীৰেন্দ্ৰ চন্দ্ৰ দত্ত আৰু অমূল্য বৰুৱাই। ধীৰেন চন্দ্ৰই 'জয়ন্তী'ৰ আগতেই আত্মপ্ৰকাশ কৰিছিল আৰু পিছলৈ পূৰ্ণতাৰ ফালে আগবাঢ়িছিল। 'কাঠ মিস্ত্ৰিৰ ঘৰ' এওঁৰ বিখ্যাত কবিতা। ৰমন্যাসিক চেতনাৰ পৰা সম্পূৰ্ণ মুক্ত এইজন কবিয়ে তেওঁৰ কবিতাত সাম্যবাদৰ বাণী বহন কৰিছিল আৰু প্ৰচলিত সংস্কাৰৰ বিৰুদ্ধে মাত মাতি কৈছিল,—

বিদ্ৰোহী মন প্ৰাণ
নুবুজোঁ একোকে নাজানোঁ একোকে
নামানো ভগৱান।
(সংস্কাৰ)

'জয়ন্তী' যুগৰ প্ৰতিভাবান কবি অমূল্য বৰুৱা (১৯২২—১৯৪৬) ৰ কবিতাত নতুন চেতনাৰ সুৰ অধিক স্পষ্ট ভাবে প্ৰতিধ্বনিত হৈছিল। প্ৰচলিত ৰীতি আৰু বিশ্বাসৰ বিপৰীতে খোজ দিবলৈ বিচৰা এইজন কবিৰ প্ৰথমৰ ফালৰ কবিতাবোৰত ৰমন্যাসিকতাৰ ছিটিকনি নপৰাকৈ থকা নাছিল। কিন্তু পিছলৈ তেওঁ এনে কিছুমান বিষয়বস্তু বাছি লৈছিল আৰু এনে ধৰণৰ কাব্যশৈলী ব্যৱহাৰ কৰিছিল যে সেইবোৰ ৰোমাণ্টিক চেতনাৰ পৰা বহুত দূৰত। তেওঁৰ প্ৰতিটো কবিতাই কাব্যিক গুণৰ ফালৰ পৰা নিখুঁত নাছিল যদিও কাব্যৰসিকৰ সমাজখনক জোকাৰি পেলাবলৈ সেইবোৰ আছিল যথেষ্ট।

কবিতাসমূহৰ নামকৰণো আছিল ভয়ংকৰভাৱে 'অকাব্যিক', বেশ্যা, কুকুৰ, কয়লা আদি যাৰ উদাহৰণ। 'বেশ্যা'ৰ প্ৰতি কবিৰ সহানুভূতিৰ মাজত নাৰীৰ প্ৰতি থকা নতুন এক ধাৰণা ফুটি উঠিছে—

আৰু তাই যেনিবা সিহঁতৰ
টোপনিৰ পৰা উঠা অলস চিন্তাৰ একাপ
গৰম মিঠা চাহ
টকাৰ এৰী সূতাৰে টনা এটা নিষ্প্ৰাণ
কাঠৰ পুতলা নাচ
তাইৰ নাই জীৱন, তাইৰ নাই ভাগৰ,
তাইৰ নাই ক্লেশ ,

'কুকুৰ' কবিতাত তথাকথিত শোষক আৰু ধনী সম্প্ৰদায়ক বিদ্ৰূপ কৰি আৰু সৰু মানুহৰ সৰু জীৱনৰ কথা অনুভৱ কৰি কুকুৰৰ মাজত তেওঁ বিচাৰি পাইছে দুয়ো শ্ৰেণীৰে সাদৃশ্য—

সেই দলৰ খাবলৈ নোপাৱাৰ সভ্যতাত
গঢ়ি উঠিছে
এই দলৰ খাবলৈ নোপোৱাৰ বৰ্বৰতা
দুয়ো দলৰ নাম কুকুৰ।

অমূল্য বৰুৱাৰ কবিতাত শিল্পকাৰ্য কম আছিল। কাৰণ নতুন চেতনা আৰু নতুন আদৰ্শ স্থাপনৰ বাবে প্ৰয়োজনীয় আধাৰ-পাত্ৰ তেওঁৰ হাতত নাছিল।

ভবানন্দ দত্ত, সিদ্ধেশ্বৰ তামুলী আদি কবিসকলৰ কবিতাতো প্ৰতিবাদী সুৰ ধ্বনিত হৈছিল আৰু জন-জীৱনত আলোড়ন তুলিবলৈও তেওঁলোক সক্ষম হৈছিল।

কবিতাৰ এই কঠিন ৰূপে পাঠকক বিভ্ৰান্ত কৰাৰ কালতে আৱিৰ্ভাৱ হয় হেম বৰুৱাৰ। তেওঁৰ সমুখত আছিল দুটা পথ, এটা হ'ল ৰমন্যাসিক কোমলতাৰ আৰু আনটো হ'ল প্ৰগতিশীল কঠিনতাৰ। কোমলে-কঠিনে মিলি নতুন ৰূপ লোৱা তেওঁৰ কবিতাই প্ৰথম দৃষ্টিতে পাঠকৰ মন জয় কৰিছিল বুলি ক'ব পাৰি। তেওঁৰ কবিতা "পূবৰ মনৰ সৈতে পশ্চিমৰ মনৰ সংঘাতৰ অপূৰ্ব প্ৰতিলিপি।" কবিতা লিখিবৰ বাবেও যে এটা অধ্যয়নপুষ্ট মন লাগে, সেই কথা হেম বৰুৱাৰ কবিতাতে প্ৰথম প্ৰতীয়মান

হ'ল। তেওঁৰ কাব্যপুথি দুখন হ'ল 'বালিচন্দা' (১৯৫৯) আৰু 'মনময়ূৰী' (১৯৬৭)।

হেম বৰুৱাৰ কবিতাত প্ৰচলিত সমাজ ব্যৱস্থাৰ প্ৰতি অনাস্থা, নতুন সমাজ গঢ়াৰ আকাংক্ষা, সাধাৰণ মানুহৰ আশা-নিৰাশাৰ প্ৰতিফলন, প্ৰেমৰ লগত জড়িত হৈ থকা জীৱন-মমতা, ৰোমাণ্টিক কাৰুণ্য, স্পন্দিত গদ্যৰ দৰে ছন্দ-প্ৰয়োগ, মানস-চিত্ৰৰ ব্যৱহাৰ আদি লক্ষণসমূহ লক্ষণীয়। প্ৰতিবাদ, খং আৰু অসন্তুষ্টিৰ সুৰে তেওঁৰ কবিতাক বৈশিষ্ট্য দিছে,—

পোহৰতকৈ এন্ধাৰ ভাল
জীৱনৰ অগ্ৰগতিত ৰামেশ্বৰৰ সেতু বন্ধ
শংকা কিহৰ ?
নতুন পুৰাৰ কেঁচা পোহৰত আশাৰ জুই।
আমাৰ চকুত তীখাৰ শান।

হেম বৰুৱাৰ কবিতাত সমাজ-সচেতন মন এটাৰ লগত প্ৰাচীন মূল্যবোধৰ মিশ্ৰণ ঘটিছে। একাধিক মানস-চিত্ৰৰ মাজেৰে বিমূৰ্ত ধাৰণাক হৃদয়গোচৰ কৰাৰ ক্ষমতাই হেম বৰুৱাৰ কবিতাক বিশেষ মূল্য দিছে। তেওঁৰ কবিতাৰ আলমতে পিছৰ কালৰ কবিসকলে দীপৰ পোহৰত বাট বুলাৰ দৰে পথৰ সন্ধান পাইছিল।

নতুন কবিতা জনপ্ৰিয় কৰাত সবাতোকৈ সাৰ্থক কবিজন হ'ল নৱকান্ত বৰুৱা। তেওঁৰ কবিতাই হৃদয় আৰু চিন্তাবৃত্তি দুয়োটাকে সমান সফলতাৰে স্পৰ্শ কৰে। ইলিয়টৰ প্ৰেৰণাত চিত্ৰকল্পৰ সাংকেতিক ভাষা আৰু ৰবীন্দ্ৰনাথৰ প্ৰেৰণাত কবিতাৰ কান্তিগুণ ৰক্ষাৰ স্পৃহা, এই দুই লক্ষণৰ সংমিশ্ৰিত ৰূপ তেওঁৰ কবিতাত পোৱা যায়। তেওঁৰ কবিতাৰ পুথিসমূহ হ'ল 'হে অৰণ্য হে মহানগৰ' (১৯৫১), 'এটি দুটি এঘাৰটি তৰা' (১৯৫৭), 'যতি আৰু কেইটামান স্কেছ' (১৯৬১), সম্ৰাট (১৯৬২), ৰাৱণ (১৯৬০) 'মোৰ আৰু পৃথিৱীৰ' (১৯৭৩), 'ৰত্নাকৰ আৰু অন্যান্য কবিতা' (১৯৮৬) আৰু 'এখন স্বচ্ছ মুখাৰে' (১৯৯০)।

প্ৰচুৰ চিত্ৰকল্পৰ সাৰ্থক প্ৰয়োগে নৱকান্তৰ কবিতাক স্বকীয় বৈশিষ্ট্য প্ৰদান কৰিছে। 'চকুপানী ফাগুণৰ' তাৰ এটি সুন্দৰ উদাহৰণ। ৰং, ৰূপ, স্বাদ আদি অনুভৱৰ ওপৰত প্ৰতিষ্ঠিত তেওঁৰ কিছুমান চিত্ৰকল্পই

জীবনানন্দৰ কবিতালৈ মনত পেলায়। নগৰীয়া জীৱনৰ ধাতৱ কঠিন প্ৰাণ আৰু ব্যস্ত চলমান জীৱনৰ অসহিষ্ণুতা তেওঁৰ কবিতাত ফুটি উঠাৰ লগে লগে কোনোবা গাঁৱৰ গধূলিৰ দৰে শান্ত নিৰিবিলি গুণ এটিও ফুটি উঠিছে। হয়তো সেয়েহে তেওঁৰ কবিতা সকলো শ্ৰেণীৰ পাঠকৰ বাবে গ্ৰহণযোগ্য। এইবোৰে চিন্তা আৰু অনুভৱ দুয়োটাকে আলোড়িত কৰে। তেওঁৰ কবিতাত নগৰীয়া প্ৰাণৰ অস্থিৰ হতাশাৰ লগে লগে আছে সকলো হৃদয়ৰ চিনাকি এক মধুৰ অন্তৰংগতাৰ সুখ, যাক বুজি নাপালেও ভাল পাব পাৰি। যেনে—

আকাশফুলৰ ইমান পাপৰি
উপনিষদৰ ইংগিত
বতাহ জোনাক ঢউ আৰু তৰা
মৃত্যু শীতল লুপ্তিৰ নিচুকনি
টোপনিৰ হিম চকুৰ পতাত কঁপে
ৰাতি তিৰবিৰ সপোন নিবিড়
মানিক তলাৰ খাল।
অলকানন্দা, সপোন দেখিছা কাৰ ?

আধুনিকতা আৰু কাব্যিক আবেদনৰ এনে সমন্বয়ে তেওঁৰ কবিতা সুন্দৰ কৰি ৰাখিছে। এটা আশাভৰা মনৰ জিলিকনি তেওঁ কেনেভাৱে পোষণ কৰে, তাৰ স্বাক্ষৰ হ'ল 'পলস' নামৰ কবিতাটো। তেওঁৰ কবিতাৰ ভাষা বক্তব্যৰ লগত মিল থকা। কেতিয়াবা গহীন-গম্ভীৰ আৰু কেতিয়াবা চঞ্চল-চপল তেওঁৰ শব্দ-সম্ভাৰ। উদাহৰণ স্বৰূপে 'সম্ৰাট' আৰু 'চকুপানী ফাগুণৰ' নামৰ কবিতা দুটাৰ ভাষা ৰিজাই চাব পাৰি।

নৱকান্তৰ কবিতাৰ বিশাল সাগৰখনত নানা লহৰৰ উঠা-নমা। নিজৰ আপোন মনৰ গহনত তেওঁ যি দৰে বিচৰণ কৰে, সেইদৰেই মাজে মাজে জুৰণি বিচাৰে প্ৰকৃতিৰ সেউজী বুকুত। তেওঁৰ কবিতাৰ প্ৰকৃতি আধুনিক মনৰ ব্যস্ততাৰ মৰুভূমিত অকণমান শীতল ছায়াৰ দৰে সেউজী পৰশেৰে ভৰা। ইংৰাজী সাহিত্যৰ পৰা ভাৰতীয় উপনিষদ আৰু বৌদ্ধ চিন্তাধাৰালৈকে এক বিস্তৃত অভিজ্ঞতা আৰু কাব্যিক উপলব্ধিৰ প্ৰকাশেৰে তেওঁৰ কবিতা সমৃদ্ধ।

মহেন্দ্ৰ বৰাৰ কবিতাত আধুনিক মনৰ কৰুণ-কোমল দিশ এটি প্ৰতিফলিত হৈছে। তেওঁৰ কবিতাৰ পুথিসমূহ হ'ল 'জাতিস্মৰ' (১৯৬১),

'এই নদীয়েদি,' 'ৰূপৰ টিলিঙাৰ মাত' (১৯৮১) আৰু 'নীলা ধতুৰাৰ ফুল' (১৯৮৭), 'আলি দোমোজাৰ ক্ৰুচৰ পৰা' (১৯৮৭)।

মহেন্দ্ৰ বৰাৰ বহুতো কবিতা ব্যক্তিগত অভিজ্ঞতাৰ ওপৰত প্ৰতিষ্ঠিত। কবিতাবোৰ বুদ্ধিতকৈ হৃদয়ৰ বেছি ওচৰ চপা। প্ৰেম, প্ৰকৃতি, স্বপ্ন, মধ্যবিত্তৰ জীৱন আৰু সামাজিক বিপৰ্যয় তেওঁৰ কবিতাৰ বিষয়। তেওঁৰ অধ্যয়নপুষ্ট মনৰ প্ৰকাশৰ বাবেই সম্ভৱ কিছুমান কবিতাৰ বক্তব্য কিছু অস্পষ্ট। বিষাদ, প্ৰত্যাশা আৰু সংশয়ে ভৰা তেওঁৰ জীৱনবোধ। হাতৰ মুঠিৰ পৰা সৰকি যোৱা বহুতো ৰঙীণ স্বপ্ন আৰু মধুৰ অনুভৱে কবিক মাজে মাজে নিঃসংগতাৰ উপলব্ধি দান কৰে। জটিল মানসিক পৰিমণ্ডলৰ মাজত বিষাদ আৱৰণ লোৱা তেনে এটি ভাল কবিতা হ'ল 'ফাউণ্ট'। 'পুনৰাবৃত্তি' নামৰ কবিতাটোত মানুহৰ প্ৰীতিৰ মোহেৰে ভৰা জীৱনৰ প্ৰতি তেওঁৰ মৰমৰ ভাব প্ৰকাশ পাইছে। কদৰ্য আৰু ভয়াবহ পৃথিৱীৰ মাজত তেওঁ বিচাৰি পায মানুহৰ মাজত একোৱে নষ্ট কৰিব নোৱৰা এক শুভ আৰু মংগলময চিন্তাৰ বীজ। সম্পূৰ্ণভাৱে আধুনিক মনৰ কবি হ'লেও মহেন্দ্ৰ বৰাই ৰমন্যাসিক কোমলতাক কবিতাৰ পৰা সম্পূৰ্ণ বিসৰ্জন দিয়া নাই। 'জাতিস্বৰ' কবিতাটোত আছে গীতাৰ স্পষ্ট প্ৰতিধ্বনি। তেওঁৰ কবিতাত সাধু-কথা, ঐতিহাসিক কাহিনী, কিংবদন্তী আদিৰ সংমিশ্ৰণো কেতিয়াবা দেখা যায। চিত্ৰকল্প তেওঁৰ কবিতাৰ মধুৰ সম্পদ।

হৰি বৰকাকতিৰ কবিতা সম-সাময়িক কবিতাখিনিৰ মাজত এক ব্যতিক্ৰম। ব্যক্তি-প্ৰাণৰ অনুভূতিক সোণালী ৰহণ সানি তেওঁ যিবোৰ কবিতা ৰচনা কৰিছে সেইবোৰ কিছু পৰিমাণে বিষণ্ণ আৰু সংশয়ৰ কুঁৱলীৰে আবৃৰা। নগৰীয়া মনৰ চিন্তা আৰু প্ৰকাশ পালেও সেইবোৰ ক্ষোভৰ ওপৰত প্ৰতিষ্ঠিত নহয। তেওঁৰ কবিতাত আপোন মনৰ বিচিত্ৰ ভাব ৰাশিৰ গুঞ্জন লক্ষ্য কৰা যায়। নিজৰ মাজতে তেওঁ আৱিষ্কাৰ কৰে চিৰন্তন মানৱৰ সকলো হেঁপাহ, সকলো আকুতি। কিছুমান লোক-বিশ্বাস অথবা ভাৰতীয় মনৰ সৰল ধাৰণা আৰু জন্মান্তৰবাদৰ বিশ্বাসো তেওঁৰ কবিতাৰ মধুৰ বিষয়। বিশিষ্ট শব্দ-চয়নৰ দ্বাৰা তেওঁৰ কবিতাবোৰে কবিগৰাকীৰ স্নিগ্ধ অনুভূতিৰ ইংগিত দিয়ে। তেওঁৰ চমকপ্ৰদ চিত্ৰকল্প প্ৰয়োগৰ এটা উদাহৰণ—

জীপ্ জীপ্ বৰষুণৰ কাড়বোৰ
মিহি আলিবাটটোৰ উদাসীন বুকুখনত তোঁতয়া
পমি গৈছিল ।
সীহঁৰীঙ আকাশখনত যেন
পলৰীয়া দেৱতাৰ গৰম নিশাহবোৰ
ওপঙি ফুৰিছিল ।

সাম্প্ৰতিক কালৰ অন্যতম এটি নাম নীলমণি ফুকন। বুদ্ধিদীপ্ত চিত্ৰময় ৰচনা এওঁৰ কবিতাৰ বৈশিষ্ট্য। তেওঁৰ কবিতাত "ৰিণিকি ৰিণিকি শুনা যায় নিৰ্জনাতীত জগতৰ আহ্বান।" কিন্তু এই আহ্বান প্ৰতীকি ভাষাৰে ভৰপূৰ বাবে মাজে-সময়ে অস্পষ্ট। চিত্ৰনিৰ্মাণৰ বাবে কবিতাবোৰত এক প্ৰাণময়তা লক্ষ্য কৰা যায়। তেওঁৰ কবিতাৰ প্ৰকাশৰীতি সহজে জটিলে মিলি বিচিত্ৰ।

প্ৰায়বোৰ প্ৰতীকি কবিতাৰ দৰে নীলমণি ফুকনৰ কবিতাতো উপৰুৱা ৰূপত দেখা যায় এক কাঠিন্য। সেই কাঠিন্য অতিক্ৰম কৰিলে দেখা যায় যে তেওঁৰ কবিতাত অনন্তৰ লগত সংযুক্ত মানৱৰ ৰূপ, সমাজ-চেতনাৰ পৰোক্ষ ইংগিত আৰু জীৱনৰ অশুভ দিশটোৰ উল্লেখো আছে। সকলোতকৈ মুৰ তুলি উঠিছে তেওঁৰ ব্যক্তিগত বেদনা আৰু ব্যথাৰ অনুভৱে। তেওঁৰ মানস-চিত্ৰসমূহ অতি মনোমোহা। তাৰে দুটা উদাহৰণ হ'ল—

তোমাৰ তিতা তুলিকোচাৰ আগেৰে মই
টোপ টোপ কৈ পৰোঁ

* * *

জন্‌জনাই যায় কাঁহৰ বাটিত
মোৰ হালধিবটা ৰাতি

ফুকনৰ কবিতা-পুথিসমূহ হ'ল 'সূৰ্য্য হেনো নামি আহে এই নদীয়েদি' (১৯৬৩), 'নিৰ্জনতাৰ শব্দ' (১৯৬৫), 'আৰু কি নৈশব্দ' (১৯৬৮), 'ফুলি থকা সূৰ্যমুখী ফুলটোৰ ফালে' (১৯৭১), 'কাঁইট গোলাপ আৰু কাঁইট' (১৯৭৫), 'গোলাপী জামুৰ লগ্ন' (১৯৭৫) আৰু 'কবিতা' (১৯৭৮)।

সম-সাময়িক কবিতাসমূহৰ মাজত ৰাম গগৈৰ কবিতা নিজা বিশ্বাস আৰু শক্তিৰে জিলিকি আছে। তেওঁৰ কবিতাৰ সুৰত বিপ্লৱৰ আহ্বান আছে। আছে 'সৰু মানুহলৈ সহানুভূতি আৰু নতুন দিনৰ বাবে সবল

আশা। তেওঁৰ কবিতা কল্পনাৰে ৰঙীণ নহয়। মাটিৰ বুকুৰ সম্পদ বুটলি তেওঁ উকা ভাৱেই কবিতাত ৰূপ দিছে। মানুহ তেওঁৰ কবিতাৰ প্ৰধান বিষয়। এই মানুহৰ সম্ভাৱনা অসীম। অথচ সকলো শুভ সম্ভাৱনা নাশ কৰা হৈছে ধ্বংস আৰু হিংসাৰ প্ৰচেষ্টাত। তেওঁৰ কবিতাৰ মাজত অনাগত দিনৰ বিশাল সম্ভাৱনাৰ প্ৰতি এক আশা ভৰা অপেক্ষাৰ ভাৱ দেখা যায়।

'পথাৰ' তেওঁৰ এক শক্তিশালী ৰচনা। এইটি কবিতাৰ মাজত শ্ৰমজীৱি মানুহৰ প্ৰতি গভীৰ আস্থাৰ ভাৱ ফুটি উঠিছে। কপালৰ ঘাম লাগি সেউজীয়া হোৱা পথাৰ তেওঁৰ বাবে হ'ল মানুহৰ জীৱন স্পৃহাৰ নিদৰ্শন। "সংগ্ৰামৰ পথাৰত শ্ৰমজীৱি মানুহৰ তেজেৰঙা ইতিহাস" চিনি পোৱা কবিজনৰ বাবে জীৱন এক যন্ত্ৰণা। এই যন্ত্ৰণা বিষাদৰ বিলাস নহয়। তেওঁৰ অনুভৱ—

মোৰ কলিজাত, তোমাৰ কামিহাড়ত
মোৰ নিৰন্ন বন্ধু আৰু সকলো সহকৰ্মীৰ
বুকুত, তেজত, ধমনীত যন্ত্ৰণা।

'মাটিৰ স্বপ্ন' (১৯৬৩) আৰু 'হে পৃথিৱী অন্তৰাতমা' (১৯৬৮) পুথিৰ মাজত ৰাম গগৈৰ সচেতন আৰু প্ৰতিবাদী মন ফুটি উঠিছে। কিন্তু ১৯৯৩ চনত প্ৰকাশ পোৱা তেওঁৰ পুৰণি কবিতাৰ সংকলন 'কোমল গান্ধাৰ'ৰ মাজত কবিজনৰ লুকাই থকা কোমল প্ৰাণৰ মনোমোহা বাৰ্তাৰ পোৱা যায়।

অসমীয়া কবিতাৰ জগতত এছাটি কোমল বতাহৰ দৰে হীৰেণ ভট্টাচাৰ্যৰ কবিতা। বেছি কথা নোকোৱাকৈ বহুত কথা বুজাব পৰা কবিতাৰ দুৰ্লভ গুণটি এওঁৰ কবিতাত জিলিকি আছে। প্ৰেম, দেশপ্ৰেম, বিদ্ৰোহী চেতনা আৰু এক নিৰ্জনতাপ্ৰিয় হিয়াৰ গোপন বাৰ্তাৰিও কবিতাবোৰত জিলিকি আছে। প্ৰেম আৰু যৌৱনৰ বিষাদে সেমেকাই তোলা কিছুমান কবিতাৰ জনপ্ৰিয়তাৰ লগে লগে প্ৰগতিবাদী স্বদেশ-চেতনাৰ কিছুমান কবিতাও এওঁৰ জনপ্ৰিয়। কবিৰ চকুত পৰে শোভাময় পৃথিৱীৰ অনুপম কক্ষৰ্ব অজস্ৰ কবিতা কবিতা লগা সম্পদ। আনফালে অন্নহীন বস্ত্ৰহীন দুখীয়া জনতাৰ যন্ত্ৰণা। 'দুখৰ মাটিত' শুই থকা কবিযে শিতানত সপোনৰ সচাঁৰ কাঠি লৈ অনাগত দিনৰ বাবে বাট চায়। পৃথিৱীক তেওঁ ভাল পায় প্ৰাণভৰি।

প্ৰকৃতিৰ লাবণ্যৰে ভৰা সুষমাময়ী পৃথিৱীৰ জোন, তৰা, নদী, শেৱালি আদি সমস্ত হৃদয়েৰে অনুভৱ কৰি তেওঁৰ কবিতা যেন মাজে মাজে মতলীয়া হৈ উঠে। কবিতাৰ মাজত জিলিকি উঠে এজন বৰণো কবি, যাৰ প্ৰাণত আছে তিল্ তিল্‌কৈ মাটিৰ সুষমা বুটলি লোৱাৰ গভীৰ তৃষ্ণা। তেওঁৰ কবিতা কিছুমান মনোৰম চিত্ৰৰে সুশোভিত। এই চিত্ৰসমূহ ক্ষুদ্ৰ মুকুতাৰ দৰে উজ্জ্বল। তেওঁৰ কবিতাৰ পুথিসমূহ হ'ল 'মোৰ দেশ মোৰ প্ৰেমৰ কবিতা' ( ১ ৯৭২ ), 'বিভিন্ন দিনৰ কবিতা' ( ১৯৭৪ ), 'কবিতাৰ ৰ'দ' ( ১৯৭৭ ), 'শইচৰ পথাৰ মানুহ' ( ১৯৯১ ) আৰু 'সুগন্ধি পখিলা' ( ১৯৮১ )।

নিৰ্মলপ্ৰভা বৰদলৈ, কেশৱ মহন্ত, হৰেকৃষ্ণ ডেকা, অজিত বৰুৱা, ভবেন বৰুৱা, বীৰেশ্বৰ বৰুৱা আদি বহুতো কবিয়ে নিজ নিজ প্ৰতিভা আৰু সাধনাৰে অসমীয়া কবিতাক পূৰ্ণতাৰ ফালে আগুৱাই নিছে। প্ৰতিজনৰে বাক্‌ভংগিমা স্ব-বৈশিষ্ট্য যুক্ত। আধুনিক অসমীয়া কবিতাৰ বিস্তৃত আলোচনাৰ বাবে বহল পৰিসৰৰ প্ৰয়োজন। ইয়াত মাথোন আধুনিক যুগৰ কেইজনমান কবিৰ কবিতাৰ আভাসহে দিয়া হৈছে। এই আভাসে সূচায় যে আধুনিক অসমীয়া কবিতা কোনো এটা নিৰ্দিষ্ট লক্ষণেৰে বান্ধিব নোৱাৰি। ৰুচিবোধ, সময় আৰু পৰিস্থিতি ভেদে বিভিন্ন কবিয়ে বিচিত্ৰ স্বাদৰ অৱদানেৰে এই কালৰ কবিতা ভৰাই তুলিছে। এই কথা স্পষ্ট যে আধুনিক কবিতাই দাবী কৰে পাঠকৰ সচেতনতাৰ। বহুক্ষেত্ৰতে কবিতা এতিয়াও পাঠকৰ বাবে সংশয় আৰু বিভ্ৰমৰ বস্তু হৈয়ে আছে। কবি আৰু পাঠকৰ একাংশ আছে একেখন জগতৰ দুটা মেৰুত। কবিতা-উপলব্ধিৰ দুৱাৰ খুলিবৰ বাবে পাঠকে সচাঁৰ-কাঠি বিচৰাৰ আৱশ্যকতা অনুভৱ নকৰে। কোনো কোনো কবিয়েও নিজৰ বন্ধ খোটালিৰ দুৱাৰ মেলি পাঠকৰ মাজলৈ ওলাই অহাৰ আগ্ৰহ অনুভৱ নকৰে। এই দুই শ্ৰেণীৰ মাজত সংযোগ ৰক্ষা কৰা সুস্থ সমালোচনাৰো যথেষ্ট অভাৱ।

আধুনিক অসমীয়া কবিতা নানাবোৰ পৰীক্ষা-নিৰীক্ষা, তৰ্ক-প্ৰশংসা আৰু বিচিত্ৰ সমালোচনাৰ মাজেৰে পূৰ্ণতাৰ ফালে স্থিৰ ভাবে গতিশীল হৈ আছে আৰু ইতিমধ্যে যথেষ্ট পূৰ্ণতা আৰু সফলতা লাভ কৰিছে। আধুনিক ভাৰতীয় সাহিত্যৰ ভিতৰত অসমীয়া কবিতা এটি উজ্জ্বল আৰু প্ৰতিশ্ৰুতি-সম্পন্ন নাম। এই বিষয়ে বিস্তৃত আৰু গভীৰ আলোচনাৰ অৱকাশ পিছলৈ থাকিল।

## প্ৰাচীন অসমীয়া কবি আৰু কবিতা

অসমীয়া সাহিত্যৰ প্ৰাচীন যুগটো গীত আৰু কাব্যৰ বহুৰঙী বোলেৰে ৰমক-জমক। আজিৰ প্ৰচলিত অৰ্থত কবিতা বুলিলে যি বুজা যায়, প্ৰাচীন কালৰ কবিতা তেনে অৰ্থৰ পৰা বহুত দূৰত। তথাপিও বিভিন্ন কাব্যৰ মাজত ৰস, অলংকাৰ আৰু কবিসকলৰ ব্যক্তিত্বৰ প্ৰতিফলনে কাব্যসমূহৰ মাজত থকা কবিতাৰ কোমল লক্ষণসমূহ প্ৰকাশ কৰিছে। অসমীয়া সাহিত্যত তেনে কেইবাখনো কাব্য যুগজয়ী হৈ আছে। প্ৰাচীন অসমীয়া কাব্য বুলি ক'লে শংকৰদেৱৰ অতুলনীয় প্ৰতিভাৰ কথাই প্ৰথমতে মনলৈ আহে যদিও আৰু কেইবাজনো কবি শংকৰ-মাধৱ সূৰ্য-চন্দ্ৰৰ আশে-পাশে নক্ষত্ৰৰ দৰে জিলিকি আছে। এই আটাইকেইজন কবিৰ কবিতাৰ সমূহীয়া ৰূপৰ প্ৰকাশ বিচিত্ৰ আৰু মনোৰম।

প্ৰাচীন অসমীয়া কবিতাৰ কেইটিমান বিশিষ্ট লক্ষণ আছে। ঘাইকৈ এইবোৰ ৰামায়ণ, মহাভাৰত আৰু পুৰাণাশ্ৰয়ী। লোকৰঞ্জক একোটি কাহিনী এইবোৰত বিচাৰি পোৱা যায়। পূৰ্বণি অসমীয়া সাহিত্য ঘাইকৈ দুটা ধাৰাত বিভক্ত। এটা ধাৰাত ভক্তি প্ৰচাৰৰ বাবে শিক্ষামূলকভাবে কাহিনীৰ ৰূপ দিয়া হয় আনটো ধাৰাত কেৱল আনন্দদানৰ বাবে কাব্য ৰচনা কৰা হয়। প্ৰথম ধাৰাটোত শংকৰদেৱ, মাধৱদেৱ আৰু তেওঁৰ অনুগামীসকলে বিশাল বৈষ্ণৱ কাব্যধাৰাৰ জন্ম দিছিল। দ্বিতীয় ধাৰাৰ প্ৰধান কবি মাধৱ কন্দলি। লগে লগে নাম ল'ব পাৰি দুৰ্গাবৰ, সুকবি নাৰায়ণ আদি কবিসকলৰ। কাব্য-সাহিত্যৰ এই দুয়োটা ধাৰাই নিজা নিজা বৈশিষ্ট্যৰে সমুজ্জ্বল।

প্ৰাচীন কাব্যত অলংকাৰ-প্ৰয়োগৰ পয়োভৰ এক লক্ষণীয় বিষয়। প্ৰতিজন কবিৰে অলংকাৰ প্ৰয়োগ কৰাৰ ৰীতি সমানে সৌন্দৰ্যমণ্ডিত নহয় যদিও কেইবাজনো কবি আছে, যিসকলৰ কবিতাত অলংকাৰৰ বিশিষ্ট ৰূপ প্ৰধান আকৰ্ষণ হৈ জিলিকি আছে। মাধৱকন্দলি আছিল এই ক্ষেত্ৰত অতি নিপুণ কবি। তেওঁৰ ৰামায়ণখনি অলংকাৰ প্ৰয়োগৰ বৈচিত্ৰ্যৰ সুন্দৰ উদাহৰণ। কোনো কোনো ক্ষেত্ৰত কন্দলিৰ অলংকাৰ প্ৰয়োগে যে সীমা পাৰহৈ যোৱা নাই আৰু মূল কাহিনীৰ গতি ব্যহত কৰা নাই, এনেও নহয়। অৱশ্যে মুঠতে চাবলৈ গলে তেওঁৰ কাব্যৰ অলংকাৰ প্ৰয়োগেই হ'ল অন্যতম আকৰ্ষণ। শংকৰ দেৱৰ ৰচনাৰ অলংকাৰ প্ৰয়োগ সুষম আৰু সীমাবদ্ধ। য'তে প্ৰয়োজন বোধ কৰিছিল তাতেহে তেওঁ অলংকাৰৰ ব্যৱহাৰ কৰিছিল। মাধৱদেৱৰ ক্ষেত্ৰতো একে কথাই ক'ব পৰা যায়। প্ৰাচীন অসমীয়া কবিতাৰ মাজত প্ৰয়োগ কৰা উপমা

আদি অলংকাৰসমূহ সাধাৰণতে সংস্কৃত কাব্য ৰীতিৰ অনুৰূপ। অৱশ্যে তাৰ মাজতো কবিসকলে নিজস্ব প্ৰতিভাৰ প্ৰকাশ নঘটোৱাকৈও থকা নাই।

প্ৰাচীন অসমীয়া কবিতাৰ চকুত পৰা এক বৈশিষ্ট্য হল এইবোৰৰ ৰস-বৈচিত্ৰ্য। নানাবিধ ৰসৰ উত্তম প্ৰয়োগৰ দ্বাৰা মাধৱ কন্দলি, শংকৰদেৱ, পীতাম্বৰ কবি আদিয়ে কাব্য সাহিত্যত সৌন্দৰ্যৰ সৃষ্টি কৰিছিল। শৃংগাৰ, বীৰ, হাস্য, কৰুণ আদি বিবিধ ৰসৰ ভিতৰত লৌকিক কবিতাত শৃংগাৰ ৰসে প্ৰধান ভূমিকা পাইছিল। প্ৰাক্‌শংকৰী যুগৰ কবিতাৰ তুলনাত বৈষ্ণৱ কবিসকলৰ কাব্যৰ শৃংগাৰ ৰস আকৌ সদায়ে সকলো অশান্তিৰ মূল বুলি চিহ্নিত আৰু ভক্তি ৰসৰ কাষত গৌণ ভূমিকালৈ অৱনমিত।

বিপ্ৰলম্ভ শৃংগাৰ পূৰ্বৰাগ, মান, প্ৰৱাস আৰু কৰুণাত্মক এই চাৰিবিধত বিভক্ত। নায়ক-নাযিকাই পৰস্পৰক লাভ কৰাৰ আগতে শ্ৰৱণ নাইবা দৰ্শনৰ দ্বাৰা তেওঁলোকৰ মনত যি অনুৰাগ জন্মে, তাৰ পৰা তেওঁলোকৰ যি মানসিক অৱস্থা হয় তাকে পূৰ্বৰাগ বোলে। দূত, স্তুতি পাঠক নাইবা সখীয়েকৰ মুখৰপৰা নায়ক-নায়িকাৰ গুণাৱলীৰ শ্ৰৱণ হয। দৰ্শন হব পাৰে প্ৰত্যক্ষভাৱে, ইন্দ্ৰজাল বিদ্যাৰ যোগেদি চিত্ৰ নাইবা স্বপ্নৰ মাধ্যমত। শংকৰদেৱৰ 'ৰুক্মিণীহৰণ' কাব্যত কৃষ্ণ আৰু ৰুক্মিণীৰ পূৰ্বৰাগ সূচিত হৈছে ভাটৰ মুখেদি শুনা পৰস্পৰ বিষযৰ গীতৰ যোগেদি। পীতাম্বৰ কবিৰ 'উষা-পৰিণয়' কাব্যত উষাই স্বপ্নত অনিৰুদ্ধৰ সাক্ষাৎ পাইছে আৰু অনিৰুদ্ধই উষাক পাইছে ইন্দ্ৰজাল বিদ্যাৰ যোগেদি। মাধৱ কন্দলিৰ ৰামাযণখনিৰ নানা অংশতে শৃংগাৰ ৰসৰ বহুল প্ৰযোগ আছে যদিও সেইবোৰৰ প্ৰকাশ সুকুমাৰ সৌন্দৰ্যৰে ভৰা। বনবাসলৈ যাবলৈ সাজু হৈ ৰামে সীতাকে এৰি যাবলগীয়া হোৱা বেজাৰত যি উক্তি কৰিছে সি আদি ৰসাত্মক অনুভৱৰে পূৰ্ণ—

হৰ-কোপবহ্নি পীড়ে খুজি নপাই জুৰ।
নাভি সৰোবৰে কামদেৱে দিলা বৰ॥
নিজ পুৰ পশি কামে মুদিল দুৱাৰ।
উদৰত লোমপান্তি ধূম ভৈল তাৰ॥
ডম্বৰুৰ মধ্যদেশ সদৃশ্য কংকাল।
কাঞ্চিয়ে ৰঞ্জিত অতি নিতম্ব বিশাল॥
অমৃতৰ কূপ সম মন্মথৰ পুৰ।
সৰস জঘন তোৰ প্ৰকাশে প্ৰচুৰ॥

সেই একে বিচ্ছেদৰ আশংকাত সীতায়ো যি উক্তি কৰিছে সেইবোৰবো লক্ষণ একে—

চম্পক কলিকা যেন মোৰ কলেবৰ।
লুণ্ডি ঘুণ্ডি আছিলাহা যেহেন ভ্ৰমৰ ॥
যেবে আসি বিকশিত ভৈল ফুলফল।
উপভোগ এৰি কেনে কৰাহা নিষ্ফল ॥

কন্দলিৰ ৰামায়ণখনিৰ প্ৰায়বোৰ কাণ্ডতে এই ৰসৰ প্ৰয়োগ দেখা যায়। 'সুন্দৰাকাণ্ডত' ৰাবণৰ অন্বেষপুৰৰ যি বৰ্ণনা আছে, সেয়াও ৰসপূৰ্ণ। লংকেশ্বৰৰ উপপত্নী আৰু নৰ্তকীসকলৰ বিশৃংখল-অৱস্থাত কৰা শয়নৰ উচ্ছৃংখল ছবি এখন কন্দলিয়ে দাঙি ধৰিছে। কিন্তু সেই বৰ্ণনাও সৌন্দৰ্যময়। ৰাৱণৰ বিশাল দেহাত বেষ্টন কৰি থকা সুন্দৰীসকলক তেওঁ তুলনা কৰিছে ডাঙৰ বৃক্ষক মেৰাই থকা মাধৱীলতাৰ লগত।

উপৰুৱা দৃষ্টিত চাবলৈ গ'লে শংকৰদেৱৰ 'কীৰ্তন'ৰ অন্তৰ্গত 'হৰ-মোহন' খণ্ড উগ্ৰ-আদি ৰসাত্মক। ই কিছু পৰিমাণে অশ্লীলতাৰে কাষ চপা। মোহিনীবেশী বিষ্ণুৰ পিছে পিছে কামনাজৰ্জৰ হৈ দৌৰি ফুৰা শিৱৰ বিভিন্ন অংগি-ভংগি আৰু প্ৰলাপ বাক্যবোৰ অতিশয় আদি ৰসাত্মক। 'দশম' আৰু 'কীৰ্তন'ৰ অন্তৰ্গত ৰাস-লীলাৰ বিৱৰণবোৰো একে লক্ষণযুক্ত। গোপিকাৰ লগত কৃষ্ণৰ অবৈধ কাম-কেলিৰ বৰ্ণনা কৰাৰ পিছত শংকৰদেৱে কৈছে—

নপাৰিলা গোপীগণে মুহিবে কৃষ্ণক।
ছাযাযে সহিতে যেন উমলে বালক ॥

মহাপুৰুষে য'তেই শৃংগাৰ ৰসৰ বৰ্ণনা দিয়ে, তাতে একোটা গূঢ় তাৎপৰ্যও সোমাই থাকে। সত্য-উপলব্ধিৰ পিছত 'হৰ-মোহন'ৰ শিৱই ভাবিছে—

বিচাৰি চাহিলে দোষ নাহিকে আমাৰ।
যাৰ মাযা-পাশে বদ্ধ সকল সংসাৰ ॥
হেন হৰি মুহিলা আপুনি নাৰী হুই।
আত অনুশোচ আবে কৰো কেন নুই ॥

শৃংগাৰ ৰসৰ প্ৰয়োগ সম্পৰ্কে মহাপুৰুষৰ নিজা স্পষ্টিকৰণ এনে—

শৃংগাৰ ৰসে যাৰ আছে ৰতি।
আক শুনি হোক নিৰ্মল মতি ॥

দৈহিক কামনা বাসনা আদিৰ প্ৰবল শক্তিৰ আগত মানুহৰ মনোবল কেনেদৰে

প্ৰবল স্ৰোতৰ আগত তৃণৰ দৰে উটি যায় সেই কথাৰ ইংগিত দি তাৰ প্ৰতিকাৰৰ উপায় দিছে শংকৰদেৱে নিৰ্মল হৰি ভক্তি।

মহাপুৰুষ মাধৱদেৱৰ ৰচনাৰ মাজত শৃংগাৰ ৰস প্ৰায় অনুপস্থিত বুলি কলেও অত্যুক্তি নহয়। বাৎসল্য ৰসৰ কবি মাধৱদেৱৰ ৰচনাৰ ঘাই গুণ হ'ল স্নিগ্ধ হাস্যৰস আৰু সকৰুণ ভক্তি। কেৱল ৰামায়ণৰ 'আদিকাণ্ড'ৰ মাজত ঋষ্যশৃংগ মুনিৰ প্ৰসংগত তেওঁ শৃংগাৰ ৰসৰ প্ৰয়োগ কৰিছে। এই প্ৰয়োগৰ ভাষাও অতি স্পষ্ট আৰু চিত্ৰময় বৰ্ণনাৰে ভৰা। মুনিক ছলনা কৰি আনিবলৈ যোৱা নটীসকলে কেনেদৰে কাম-কলা প্ৰকাশ কৰিছে তাৰ এখনি হুবহু ছবি—

কেহো জনী হৃদয়ৰ বস্ত্ৰ দূৰ কৰি।
উচ্চ কুচ ভাৰ তাক দেখায়ে সুন্দৰী॥
আপোনাৰ উৰু তান উৰুত লগায়।
কটাক্ষে নিৰীখি হাসি তোলে মুচকাই॥

আৰু বহুতো আদিৰসাত্মক বৰ্ণনাৰে এই অংশ ভৰা। চাবলৈ গ'লে বৈষ্ণৱ কবিসকলৰ আদি ৰসাত্মক বৰ্ণনাই বহু সময়ত লৌকিক কবিসকলৰ বৰ্ণনাকো চেৰ পেলাই গৈছে। অথচ পীতাম্বৰ কবিৰ 'বিলাপ কৰিয়া কান্দে দেৱী ৰুক্মিণী, কোন অংগে খুন দেখি নাইলা যদুমণি' গীতটি শুনিযেই শংকৰদেৱে তেওঁক 'কামসিক' আখ্যা দিছিল আৰু নিজৰ বৃত্তৰ বাহিৰত থৈছিল। প্ৰকৃতপক্ষে বৈষ্ণৱ কবিসকলৰ লক্ষ্য আছিল সমস্ত ৰসৰ মাজেদি ভক্তি ৰসৰ প্ৰচাৰ কৰাটো। ৰুক্মিণীৰ পূৰ্বৰাগ শংকৰদেৱে পৰিণত কৰিছে ভক্তানাৰীৰ ভগৱান-প্ৰাপ্তিৰ কামনাত। বৈষ্ণৱ কবি অনন্ত কন্দলিয়ে ৰুক্মিণীৰ বিলাপ বৰ্ণনা কৰিছে এনেদৰে।

মঞি পাপীষ্ঠিত কিবা দেখি কুলক্ষণ।
মোত হুইবে আশা এৰিলন্ত-নাৰায়ণ॥

কিন্তু পীতাম্বৰ কবিয়ে দৈহিক-সৌন্দৰ্যৰ উল্লেখ কৰি কৃষ্ণ আৰু ৰুক্মিণী দুয়োকে দেহজপ্ৰেমৰ দাস যেন কৰি তুলিছে। সেই মূল আদৰ্শতে লৌকিক কবিসকলৰ লগত বৈষ্ণৱ কবিসকলৰ অমিল।

লৌকিক মনৰ তৃপ্তিৰ বাবে মনকৰ, দুৰ্গাবৰ পীতাম্বৰ, আদি কবিসকলে ৰস সৃষ্টিৰ সকলো সম্ভৱপৰ উপায় গ্ৰহণ কৰিছিল। মনকৰৰ ৰচনা স্থূল ৰুচিৰ আৰু কিছু পৰিমাণে গ্ৰাম্যতা দোষেৰে দুষ্ট। হৰ-পাৰ্বতীৰ ফুলবনত বিহাৰ

আৰু উন্দাম কাম কেলিৰ বৰ্ণনা মনকৰে অনাবৃত ভাবে প্ৰকাশ কৰিছে। পীতাম্বৰ কবিয়ে শৃংগাৰ ৰসৰ বৰ্ণনা আড়ম্বৰ-পূৰ্ণ ভাবে দিও যেন তেওঁৰ হেপাহ পলোৱা নাই, এনে ভাবত কৈছে—

ৰতি ৰস নিশেষ কহিতে নাযুৱাই।
পঢ়িবে পাঞ্চালী গুৰু গৌৰৱ সভায ॥

মাধৱ কন্দলিৰ যুগৰ পৰা শৃংগাৰ ৰসাত্মক কাব্যৰ যি ধাৰা বৈ আহিছিল, সি বাধাপ্ৰাপ্ত হৈছিল বৈষ্ণৱ কবিসকলৰ হাতত। শৃংগাৰ ৰসৰ প্ৰয়োগ বৈষ্ণৱ কবিসকলে বন্ধ কৰা নাছিল যদিও তাৰ প্ৰাধান্য হ্ৰাস কৰিছিল। কিন্তু শংকৰোত্তৰ যুগৰ কাব্যত এই ৰসে আকৌ মূৰ তুলি উঠে। 'চাহাপৰী-উপাখ্যান' বা 'মৃগাৱতী চৰিত্ৰ' আৰু 'মধুমালতী' কাব্যৰ প্ৰণয় কাহিনী এই ৰসেৰে উটি ভাঁহি ফুৰা প্ৰকৃতিৰ।

প্ৰাচীন অসমীয়া কাব্যত হাস্যৰসৰ বিচাৰ কৰিলে দেখা যায যে কবিসকলে য'তে সুৰুঙা পাইছে তাতে মনোৰঞ্জনৰ উপায ৰূপে এই ৰসৰ প্ৰয়োগ কৰিছে। প্ৰয়োগৰ ক্ষেত্ৰত বৈষ্ণৱ কবি আৰু অবৈষ্ণৱ কবিসকলৰ মাজত বিশেষ পাৰ্থক্য নাই। মাথোন দেখা যায যে মনকৰ আদি কবিসকলে কেতিযাবা নিম্নৰুচিৰ উপায় গ্ৰহণ কৰি হাস্যৰস সৃষ্টি কৰে, যিটো কাৰ্য বৈষ্ণৱ কবিসকলৰ ৰচনাত দেখা নাযায। শংকৰদেৱৰ হাস্যৰস সৃষ্টিৰ মাধ্যমসমূহ হ'ল দৈহিক বিকাৰ, সাময়িক মতিভ্ৰম, ব্ৰাহ্মণসকলৰ অতিভোজন, দেৱতাৰ মানুহৰ দৰে আচৰণ ইত্যাদি। 'হৰিশচন্দ্ৰ উপাখ্যান'ৰ 'দক্ষিণা দান' অংশত অতিভোজনৰ বৰ্ণনাৰ মাজেদি হাস্যৰসৰ যোগান ধৰা হৈছে—

ঘৃত, লাড়ু, পৰমান্ন ভুঞ্জি গণ্ডগোল।
ঘন ক্ষীৰ খান্তে পেট যেন ভৈল ঢোল ॥
তথাপি বোলন্ত মোক আৰো কিছু লাগে।
নাহা কৰন্ত পেট পেহলাই যেন লাগে ॥
কতো পঞ্চামৃত খুজিলন্ত খাইবো বুলি।
মুখত নযাই চাই থাকে হাত তুলি ॥

এনে ধৰণৰ বৰ্ণনা মাধৱ কন্দলিৰ 'ৰামায়ণ' খনিতো আছে। কবিসকলৰ মধুফল ভক্ষণৰ বৰ্ণনাও অনুৰূপ। শংকৰদেৱৰ 'ৰুক্মিণী-হৰণ' কাব্যত হাস্য-ৰসৰ কেইবাটাও উপাদান লক্ষ্য কৰা যায়। বেদনিধি ব্ৰাহ্মণৰ ৰথ-ভ্ৰমণত হোৱা

দৈহিক বিকাৰে পাঠকক আমোদ দিয়ে। বেদনিধি 'ফুৰণি লাগিয়া পৰিলন্ত ৰথ মাজে' আৰু চেতনা পাই কৃষ্ণকে চিনিব নোৱাৰি তেওঁ কৈছে—

নিচিনোহো তোমাক তুমি বা কোন জন।
কৈৰ হন্তে আসি আছো কোথেৰ ব্ৰাহ্মণ॥

একেখনি কাব্যতে বৃন্দবীৰৰ দুৰ্দশাৰ ছবিও হাঁহি উঠাকৈ অংকন কৰা হৈছে। কৃষ্ণই বৃন্দবীৰক—

চক্ৰ ধৰি মাথাৰ মুণ্ডিলা সৱে কেশ।
দাড়ি গোম্ফ চাণ্ডি সবে কৰিলা কুবেশ॥
চক্ষুৰ ভ্ৰৱক চাণ্ডিলন্ত জগন্নাথে।
হাসি হাসি ঘোল আনি ঢালিলন্ত মাথে॥
ভৈলা বুদ্ধি কুমাৰ কুমুণ্ডা যেন পুণ্ডা।
চিনিবাক নপাৰি বিকৃত মুণ্ডা লণ্ডা॥

পৰম পুৰুষ ভগৱানৰ সামান্য মানুহৰ দৰে ঘোল ঢলা কাৰ্য অপ্ৰত্যাশিত, সেইবাবেই ইয়াত হাস্যৰস সৃষ্টি হৈছে। 'পাৰিজাত-হৰণ' নাটতো একে ধৰণেই পৰমব্ৰহ্ম কৃষ্ণৰ তিৰোতাসেৰুৱা স্বভাৱৰ মাজত প্ৰচুৰ হাস্যৰসৰ সমল সোমাই আছে।

শংকৰদেৱে বহুতক্ষেত্ৰত শৃংগাৰৰসৰ পতন ঘটাই তাৰ ঠাইত হাস্যৰসৰ সৃষ্টি কৰে। 'হৰ-মোহন' আৰু 'অমৃত-মন্থন'ত কামনা-পীড়িত দেৱাদিদেৱ শিৱই কাণ্ডজ্ঞান হেৰুৱাই কৰা উক্তিসমূহে যি বিসংগতি দাঙি ধৰে, তাত আছে প্ৰচুৰ হাঁহিৰ সমল। মোহিনীক তেওঁ কৈছে—

তোমাৰেসে কৰিব দিবো পাৰ্বতীক চেড়ী।
আৰ যোনো প্ৰাণেশ্বৰী যাস মোক এৰি॥
দেখিব নোৱাৰ যেবে আমাৰ কুবেশ।
জটাকে মুণ্ডাও তেবে কৰিয়ো আদেশ॥
সৰ্প গুচাই পিন্ধো আনি দিব্য অলংকাৰ।
মুণ্ড মালা গুচাই গলে আৰো হেমহাৰ॥
বাঘছাল এৰি পিন্ধো দেবাংগ বসন।
ভস্ম গুচাই গায়ে ঘষো অগৰু চন্দন॥
যেহি লাগে বোল বান্ধি তাকে মই কৰোঁ।
মুখ চাই নামত আতে সে মই মৰোঁ॥

শংকৰী-সাহিত্যত শিৱ আৰু নাৰদ, এই দুয়োটি চৰিত্ৰই হ'ল হাস্যৰসৰ বাহন। মহাযোগী শিৱৰ অস্থিৰতা আৰু তেওঁৰ ভোলানাথ স্বভাৱ—এই দুয়োটা লক্ষণেই হাস্যৰসৰ সৃষ্টি কৰে। কৃষ্ণ-ৰুক্মিণীৰ বিষাত সমাজুৱা সৱে মূল্যবান উপহাৰ আগবঢ়োৱা দেখি শিৱই মনে মনে চিন্তা কৰিছে—

কি কৰোঁ আবে কৰোঁ কোন কৰ্ম।
গাৱৰ বসন সিটো ব্যাঘ্ৰচৰ্ম॥
হাতে লৈয়া আছো শূল ডম্বৰু।
ঘৰে আছে মোৰ একোটি গৰু॥

এনে ধৰণৰ আপোনভোলা স্বভাবৰ শিৱ অসমীয়া সমাজত অতিশয় জনপ্ৰিয় চৰিত্ৰ। অন্য এটি দেৱ চৰিত্ৰ নাৰদে মনকৰৰ 'মনসা-কাব্য'ত প্ৰচুৰ হাস্যৰসৰ সৃষ্টি কৰিছে। শিবৰ জোৰোণৰ ভাৰত দিয়া মিঠাই—লাড়ুবোৰ বাটতে খাই তাৰ ঠাইত শিল, বালি আদি ভৰাই নিয়া কাৰ্য হাস্যৰসাত্মক।

বিচিত্ৰ শব্দৰ সমাবেশত হাস্যৰসৰ সৃষ্টি কৰাটো প্ৰাচীন কবিসকলৰ বহু-ব্যৱহৃত উপায় আছিল। তাৰে সুন্দৰ উদাহৰণ দেখা যায় মাধৱ কন্দলিৰ 'ৰামায়ণ' খনিৰ 'সুন্দৰাকাণ্ড'ত। ৰাক্ষসবোৰৰ কুৰূপতা আৰু লক্ষণ বৰ্ণাই তেওঁ কৈছে—

হান্ডী শৃগালীৰ বৰ্ণ বিহাড়া সোগড়া।
বিকৃত খসুৱা লালি গণ্ডা কুজা খোৰা॥
অন্ধলাৰ কান্ধত পেঙ্গুৱা যাই চড়ি।
পেঙ্গুৱাৰ উদ্দেশে অথলো কাঢ়ে ভৰি॥
কতো কুজা কতো খোৰা কতোগোট কলা।
কতোহো নাৱাঙ্গা সোভা কুণ্ডলীয়া শোলা॥
চালিযা বিলুনিযা পিহৈযা কতো গোধা।
গলণ্ডীযা কতোহো সুনিযা জোলা জোধা॥

কন্দলিৰ ৰামায়ণৰ সমস্ত অংগতে হাস্যৰস বিয়পি আছে। তেওঁৰ সমগ্ৰ কাব্য-ৰীতিয়েই ৰসাল। চৰিত্ৰসমূহৰ মনোভাৱ, ক্ৰিয়া-কলাপ অংগি-ভংগি আদি অসংখ্য খুঁতি-নাতিৰ মাজেদি তেওঁ অতিশয় ৰসাল ছবি কিছুমানৰ সৃষ্টি কৰিছে।

অসমীয়া সাহিত্যৰ হাস্যৰসৰ ক্ষেত্ৰত এটা বিৰল লক্ষণ হ'ল মাধৱদেৱৰ গীত আৰু ঝুমুৰাসমূহৰ হাস্যৰস। এইবোৰত শিশু কৃষ্ণৰ ছল চাতুৰি আৰু

মান-অভিমানে আমোদৰ সৃষ্টি কৰে। অকণমানি শিশু কানাইৰ দুষ্টামিভৰা কাৰ্যৰ মাজত বিমল হাস্যৰস নিজৰি নিজৰি বৈ আছে।

ৰাম সৰস্বতীৰ 'ভীম চৰিত'ৰ ঘাই সৌন্দৰ্যই হ'ল অকৃত্ৰিম হাস্যৰস। শিৱৰ ঘৰত গৰখীয়া হৈ থকা ভীমৰ অতি ভোজন, উন্ভণ্ডালি, কালিৰ ছৱাল হৈ পৰশুৰ কথা কোৱা স্বভাৱ, নিজে দোষ কৰি গৃহস্থকে চোৰ পতা প্ৰকৃতি— এই সকলোবোৰ অতিশয় আমোদজনক। বকাসুৰক বধ কৰাৰ আগে আগে পেট ভৰাই খাই লৈ ভীমে বকাসুৰৰ ৰূপ বৰ্ণনা কৰা কাৰ্য কবিয়ে ৰসালভাবে দাঙি ধৰিছে।

ভাত খাই ভীমসেনে পাবয় টকালি।
ঘনে ঘনে হাসি মাত্ৰ তোলে খলখলি ॥
ভীমসেনে বোলে মোৰ মিলিল সন্তোষ।
বকাসুৰ আসি এই কিছুমান খাস ॥
হাত তিনি চাৰি তোৰ বাঢ়ি আছে দান্ত।
ঘৰ সোমাৱন্তে দান্ত লাগয় চালত ॥
খুৰ্মুচি আকাৰ মুখ দেখিবাক ভাল ॥
পথ চাণ্ডিবাক যেন হাড়ীৰ কোদাল ॥

এইখিনি কাব্যৰ মাজত শিৱ-পাৰ্বতীৰ গাৰ্হস্থ্য জীৱনৰ ছবিখনিও সোৱাদ লগা হৈ ফুটি উঠিছে।

প্ৰাচীন কাব্যৰ অন্যতম এটি জনপ্ৰিয় ৰস হ'ল বীৰৰস। প্ৰায় প্ৰতিজন কবিয়েই কম বেছি পৰিমাণে এই ৰস প্ৰয়োগ কৰিছে। যুদ্ধৰ বৰ্ণনাবোৰত বীৰৰস জিলিকি উঠে। মাধৱ কন্দলি আৰু দুৰ্গাবৰৰ 'ৰামায়ণ'ৰ বিভিন্ন অংশত বীৰৰস উপচি আছে। যুদ্ধৰ বৰ্ণনাবোৰৰ বাহিৰেও কিছুমান চৰিত্ৰৰ বীৰত্বপূৰ্ণ উক্তিৰ মাজেৰে এই ৰস প্ৰকাশ পায়। উদাহৰণস্বৰূপে কন্দলিৰ ৰাৱণে নিজৰ পাত্ৰ-মিত্ৰ আৰু সীতাৰ আগত কৰা উক্তিসমূহ, শংকৰদেৱৰ ৰুক্মবীৰ, কৃষ্ণ, ইন্দ্ৰ আদিৰ উক্তিসমূহ, মাধৱদেৱৰ ভীম, জৰাসন্ধ, শিশুপাল আদিৰ উক্তিসমূহলৈ আঙুলিয়াব পাৰি। পীতাম্বৰ কবিৰ 'উষা-পৰিণয়'ত বাণৰজা, অনিৰুদ্ধ, শিৱ, কৃষ্ণ আদিৰ যুদ্ধৰ বিস্তৃত বৰ্ণনাত আৰু মুখৰ বচনত বীৰৰস মূৰ্ত হৈ উঠিছে। এখিনি সজীৱ যুদ্ধৰ বৰ্ণনাৰ উদাহৰণ 'কীৰ্তন'ৰ অন্তৰ্গত 'স্যমন্তক-হৰণ' অধ্যায়ত থকা কৃষ্ণ-জাম্বৱন্তৰ যুদ্ধখন—

দুয়ো হুয়া মহাক্রুদ্ধ ।
লগাইলেক ঘোৰ যুদ্ধ ॥
দুয়ো মাতঙ্গৰ লীলা ।
বৰিষে পৰ্ব্বত-শিলা ॥
কতো বেলি হানে গাছ ।
কতো কোপে চাপি কাছ ॥
যুঝিলন্ত মাল-বান্ধে ।
ধৰি ভৰি ভৰি ছান্দে ॥

প্ৰাচীন কাব্য বেছিভাগতে এনে অসংখ্য যুদ্ধৰ ছবি আছে। এই আটাইবোৰ ছবিয়ে বীৰৰসৰ স্বাক্ষৰ বহন কৰে।

কৰুণৰসৰ ভূমিকাও কাব্যত গুৰুত্বপূৰ্ণ। মৃত্যু, বিচ্ছেদ আৰু বিৰহৰ বৰ্ণনাত এই ৰসে ঠাই পায়। সাধাৰণতে কৰুণ ৰসাত্মক অংশবোৰ বিলম্বিত ছন্দৰ দ্বাৰা প্ৰকাশ কৰা হয়। এই ৰসৰ মাজত প্ৰকাশৰ এক কাব্যিক সৌন্দৰ্য্যৰ স্ফুৰণ লক্ষ্য কৰা যায়। উদাহৰণস্বৰূপে দুৰ্গাবৰৰ 'গীতি ৰামায়ণ'ত ৰামে বিলাপ কৰিছে—

সীতায়ে অমূল্যধন সীতাযে মোৰ ভূষণ
সীতা সৰ্ব্বে অমূল্য ভাণ্ডাৰ ।
সীতা অবিহনে ভাই জীৱন বিফল হে
সীতা তিনি কুলৰ উদ্ধাৰ ॥

কন্দলিৰ ৰামৰ বিলাপো একে সৌন্দৰ্য্যৰে ভৰা—

হৰি হৰি কত দুখ দিলে মোক বিধি ।
জনকৰ জীউ ভৈল সপোনৰ নিধি ॥
কৈক গৈলা বান্ধে সীতা মোৰ প্ৰাণেশ্বৰী ।
আমাক অনাথ কৰি গৈলা পৰিহৰি ॥
জানকীৰ শোকে মোৰ প্ৰাণখানি যাউক ।
দণ্ডুকাৰ বনত শৃগালে বেঢ়ি খাউক ॥

বিৰহৰ পৰা উদ্ভৱ হোৱা কৰুণ ৰসৰ সবাতোকৈ সৌন্দৰ্য্যময় ছবি আছে 'কীৰ্ত্তন'ৰ অন্তৰ্গত 'ৰাস লীলা' খণ্ডত। কৃষ্ণক বিচাৰি নাপাই গোপীসকলে বিলাপ কৰা, অচেতন বৃক্ষকে প্ৰিয়তমৰ বাতৰি সোধা, বাহ্যিক চেতনা শূন্যা হৈ নিজে কৃষ্ণলীলাৰ অভিনয় কৰা আদি কাৰ্য্যৰ মাজেদি তেওঁলোকৰ প্ৰেমৰ

আন্তৰিকতা ফুটি উঠাৰ লগতে কৰুণ ৰসৰ গভীৰতাও প্ৰকাশ পাইছে। গোপীসকলে নিৰ্বাক প্ৰকৃতিৰ পৰা কৃষ্ণৰ বাতৰি বিচাৰিছে—

হে কুৰুবক অশোক চম্পা।
কহিয়ো কথা কৰা অনুকম্পা॥
মালিনীৰ দৰ্প কৰিযা চুৰ।
নজানো কৃষ্ণ যান্ত কতদুৰ॥
অবা তুলসী সমিধান দিয়া।
তুমি গোবিন্দৰ চৰণ-প্ৰিয়া॥
যাহান্তে দেখিলা নন্দ-কুমাৰ।
প্ৰাণতো অধিক প্ৰিয় আমাৰ॥

নিজৰ ভিতৰতে তেওঁলোকে ভাব বিনিময় কৰিছে —

কতো গোপী বোলে শুনিযো বাণী।
লতাতে কৃষ্ণৰ পুছো কাহিনী॥
কৃষ্ণৰ নখৰ পৰশ পাই।
দেখা পুলকিত সমস্ত কায়॥

এনেবোৰ খণ্ডৰ মাজত কৰুণ ৰসে মনোৰম সৌন্দৰ্যৰ সৃষ্টি কৰা পৰিলক্ষিত হয়।

সুকবি নাৰাযণদেবৰ 'পদ্ম-পুৰাণ'খনি বিচিত্ৰ ৰসেৰে পূৰ্ণ। কৰুণ ৰসৰ প্ৰকাশৰ ক্ষেত্ৰতো এই কাব্যৰ বিশিষ্ট ভূমিকা আছে। লক্ষীন্দৰৰ মৃত্যু, বেউলাৰ দুৰ্ভাগ্য, মাতৃৰ বিলাপ আদি নানা ঘটনাৰ মাজেদি এই ৰস নিগৰি ওলাইছে। নাৰাযণদেবৰ মনোভাব প্ৰকাশৰ দক্ষতাও তীব্ৰ প্ৰকাশিকা শক্তিৰে সমৃদ্ধ। লখাইক দাকিবলৈ যোৱা কালীনাগৰ বিলাপে ক্ৰুৰ সৰ্পৰ মাজত থকা কোমলতাৰ যি ইংগিত দিছে, সি হৃদয় পৰশা। কালী নাগে বিলাপ কৰিছে—

ইহাক নাখাইলে যদি পদ্মাই মোক মাৰে।
তথাপি নিদিম কামোৰ লখাইৰ শৰীৰে॥
সৰ্প হৈয়া নসহিল আমাৰ পৰাণে।
লখাইৰ মাৱ বাপে সহিব কমনে॥

কালীনাগৰ বিলাপৰ গোটেই বৰ্ণনাটোৱেই কৰুণ ৰসেৰে ভৰা—

কান্দে কালীনাগ লখাইৰ মুখ চাই।
কোনমতে দকিম বালাক প্ৰাণ ফুটি যায়॥
চুলিকোচা দকিম বালাৰ দেখিবাক ভাল।
মাথাগোট দকিম বালাৰ দ্বিতীযাৰ জোন॥
দুই চক্ষু দকিম বালাৰ আকাশৰ তৰা।
নাকগোট দকিম বালাৰ সোণৰ পাকাৰা॥

লক্ষীন্দাৰৰ মৃত্যু-বিলাপ অতিশয় মৰ্মান্তিক। সহজ সৰল শ্ৰোতাৰ হৃদয় জোকাৰি এইবোৰে সহজেই চকুপানী উলিয়াব পাৰে। বিলম্বিত লয় আৰু সকৰুণ সুৰ এইবোৰৰ সহচৰ। বিষৰ জ্বালাত কাতৰ হৈ লক্ষীন্দাৰে বিলাপ কৰিছে—

উঠ প্ৰিযা জাল বাতি তোৰ চাওঁ ৰূপ-কান্তি
মৰি যাওঁ পতি লখিন্দাৰ।
বিষম বিষৰ তাপে উঠিলে মোৰ প্ৰাণ কাঁপে
পিতা মাতা নাহিক আমাৰ॥
উঠা উঠা পানী আনি মুখে মোৰ দিযা পানী
তাকে খাই শৰীৰ জুৰাওঁ।
উঠা প্ৰিযা কাঢ়ো বাব ডাক দিযা আনা মাৱ
মাবৰ মুখ নযন ভৰি চাওঁ॥

বিলাপৰ এই সমগ্ৰ অংশই বেদনাৰ অনুভূতি জগাই তোলে। সুকবি নাৰাযণদেবৰ ৰচনাৰ ঘাই সৌন্দৰ্য হ'ল এই কৰুণ ৰস। ঠায়ে ঠাযে থকা সুদীৰ্ঘ বিলাপৰ অংশবোৰে কাব্যখনিৰ গীতবোৰক জনপ্ৰিয় কৰি তুলিছে।

কবিৰাজ চক্ৰৱৰ্তীৰ 'শকুন্তলা' কাব্যত শৃংগাৰ ৰসৰ দৰেই কৰুণ ৰসৰো বহুল প্ৰযোগ দেখা যায়। এওঁৰ কাব্যত শংকৰোত্তৰ সাহিত্যৰ অৱসাদ যুগৰ লক্ষণ ফুটি উঠিছে। কাব্যখনি শিথিলবধনী। তাৰে মাজতে কবি চক্ৰৱৰ্তীৰ কাব্যিক প্ৰতিভাৰ যিবোৰ অংশত স্ফুৰণ ঘটিছে সেইবোৰৰ ভিতৰত কামকলাৰ বিলাপৰ অংশটি প্ৰধান। তাৰে অলপ উদাহৰণ—

শোকে কন্যা কৰয় বিলাপ।

দাৰুণ বিৰহ শোকে বিষ বাণে হানে মোকে

দেখা দিয়া খণ্ডিয়ো সন্তাপ ॥

মঞি ছাৰ অভাগিনী নতু মায়া-মৃগ চিনি

বুলিলোহো ধৰি আনিবাৰ।

পুৰিতে মোহাৰ মন চলি গৈলা সেহিক্ষণ

ভালমন্দ নকৈলো বিচাৰ ॥

পুৰণি সাহিত্যৰ বহুতো গীতৰ মাজতো কৰুণ ৰস বিয়পি আছে। তাৰ ভিতৰত মাধৱদেৱৰ যশোদাৰ কৃষ্ণ অন্বেষণৰ গীত আৰু গোপালদেবৰ গোপীৰ কৃষ্ণ বিৰহৰ গীতসমূহ উল্লেখযোগ্য।

কাব্যৰ মাজত প্ৰকাশ পোৱা আৰু এবিধ ৰস হ'ল ৰৌদ্ৰ ৰস। ৰৌদ্ৰ ৰসৰ স্থায়ী ভাব হ'ল ক্ৰোধ। প্ৰাচীন অসমীয়া কাব্যসমূহত সাধাৰণতে বীৰ ৰসৰ লগত সান মিহলি হৈয়ে এই ৰসে প্ৰকাশ পাইছে। 'উষা পৰিণয়' কাব্যত উষাৰ অন্তেষপুৰত অচিনাকি যুৱক সোমোৱাৰ বাতৰি পাই বাণে যি আচৰণ কৰিছে তাৰ মাজত প্ৰকাশ পাইছে ৰৌদ্ৰ ৰস। এই একে ৰসৰে সুপ্ৰয়োগ দেখা যায় কন্দলিৰ ৰামায়ণৰ বিভিন্ন অংশত। 'সুন্দৰাকাণ্ড'ত সীতাৰ ওচৰলৈ আগবাঢ়িব বিচৰা ৰাৱণক দেখি লুকাই লুকাই চাই থকা হনুমানৰ ক্ৰোধৰ মাজত এই ৰস প্ৰকট হৈ উঠিছে—

গজ্জ কৰি যাইল লংকানাথ নিশাচৰ।
দেখি ক্ৰোধ জ্বলি গৈল বায়ুৰ পুত্ৰৰ ॥
মনে মনে গৰ্জ্জন্ত নসহে তান বুক।
পাপিষ্ঠ ৰাক্ষসে আজি গোসানীক চোক ॥
মনে মনে বোলন্ত থাকিবি লাৰি কৈক।
হওঁ বায়ু পুত্ৰ আজি দিবো তোক সেক।
পাৱত পাৱক দিয়া আজুৰিবো ভিৰি।
আৱৰ পাৱত ধৰি পেলাইবোহো ছিৰি ॥

ৰৌদ্ৰ ৰসৰ অতিশয় জীৱন্ত প্ৰকাশ দেখা যায় মাধৱদেৱে ৰচনা কৰা 'আদিকাণ্ড' ৰামায়ণৰ পৰশুৰামৰ ক্ৰোধৰ মাজত—

হাতে মালা ধৰিয়া জপন্ত সৰ্বক্ষণ।
উফৰন্ত ক্ৰোধত দেখিবে যম যেন ॥
ভ্ৰুব চালি কপালৰ গাঠি শিহৰাই।
দশন চোবাযা কোপে মাতন্ত শেহাই ॥'
গৰ্জিবে লাগিলা আতি নিষ্ঠুৰ বচনে।
আমাৰ গুৰুৰ ধনু ভাঙ্গিল কমনে ॥

এইদৰে সুদীৰ্ঘ উক্তিৰ মাজত পৰশুৰামৰ ক্ৰোধ আৰু ক্ৰোধৰ আমলত ফুটি উঠা ৰৌদ্ৰ ৰস প্ৰকাশ পাইছে। শংকৰদেৱৰ 'কীৰ্তন'ৰ অন্তৰ্গত 'প্ৰহ্লাদ চৰিত্ৰ'তো অনুৰূপ প্ৰকাশ দেখা যায়—

হিৰণ্যকশিপু শুনিযা হেন।
ক্ৰোধত আতি কাম্পে যম যেন ॥
ঝংকাৰে মাথা কৰি অতি দৰ্প।
লাঠি পাই যেন ফোংকাৰে সৰ্প ॥

অসুৰে গৰ্জয কটাক্ষে চাই।
খাইবো আজি তোৰ মুণ্ড পুতাই ॥

অন্য এবিধ ৰস হ'ল ভযানক ৰস। এই ৰসৰ স্থায়ী ভাব ভয। বিৱৰ্ণতা, থোকাথুকি মাতেৰে কথা কোৱা, নিঠৰ হৈ থকা, ঘাম ওলোৱা, কঁপনি আদি এই ৰসৰ লক্ষণ। 'কীৰ্তন'ৰ 'কংস-বধ' খণ্ডত ইযাৰ প্ৰকাশ দেখা যায—

ধনুৰ্ভঙ্গ ৰথীয়া সেনাৰ শুনি বধ।
নাসে নিদ্ৰা কংস ভৈল ভযতে তবধ ॥
দেখে নানা বিমঙ্গল চিত্ত নুহি স্থিৰ।
ছাযাত নেদেখে সিটো আপুনাৰ শিৰ ॥

আনো নানা বিধ বিমঙ্গল দেখে আতি।
ভয়তে নপাইলে নিদ্ৰা কংস সিটো ৰাতি ॥

মাধৱদেৱৰ 'আদিকাণ্ড'ত আছে ৰামৰ শৰে বায়ু-পথেৰে উৰুৱাই নি লংকাত পেলোৱাৰ পিছত ৰাক্ষস মাৰীচৰ মনত জন্মা ভয়ভাবৰ বৰ্ণনা—

বাণ বিন্ধে ক্ষণে ক্ষণে হোৱে প্ৰতিহত।
ৰামময় মাত্ৰ দেখে সকলে জগত ॥
ৰামে পাইলে বুলি ভয় হোৱে স্বপনত।
ৰাঘৱৰ শৰে লৈয়া ফুৰে আকাশত ॥
সপোনে সচিতে সিটো ৰাম বিনে আন।
নেদেখায় ৰামত লাগিল যেন ধ্যান ॥
নযায় নুপুহায় তাৰ ৰামৰ ভয়ত।
এৰিল মাৰীচে বিষয়ৰ ভোগ যত ॥

নানা প্ৰকাৰ ৰসৰ ভিতৰত আৰু এবিধ হ'ল অদ্ভুত ৰস। এই ৰসৰ স্থায়ী ভাব বিস্ময়। সাধাৰণতে অলৌকিক আৰু 'অসম্ভৱ-সম্ভৱ-হোৱা' কাৰ্য-কাৰণ উপলক্ষ কৰি এই ভাব জাগৰিত হয়। নৃসিংহৰ অদ্ভুত ৰূপ দেখি হিৰণ্যকশিপুৰ বিস্ময়ৰ ভাব ফুটি উঠিছে শংকৰদেৱৰ 'কীৰ্তন'ৰ 'প্ৰহ্লাদ-চৰিত' অংশত—

অদ্ভুত দেখিয়া দৈত্যপতি ভৈলা চুপ।
নুহি সিংহ নুহি ইটো মনুষ্যৰ ৰূপ ॥
ঘোৰ মূৰ্তি ধৰি নৰসিংহ ভৈলা বাজ।
মহাত্ৰাসে কাম্পে দেখি দানৱ সমাজ ॥
তপ্ত সুৱৰ্ণৰ বৰ্ণ জ্বলে চক্ষু দুই।
পৰ্বত সমান কায আছে স্বৰ্গ চুই ॥

মাধৱ কন্দলিৰ 'ৰামাযণ'ত এই ৰস মাজে মাজে ফুটি উঠা দেখা যায। অন্যান্য কাব্যতো এই ৰসৰ প্ৰযোগ আছে যদিও তাৰ প্ৰকাশ বিশেষ লেখত লবলগীযা নহয়।

বীভৎস ৰস আৰু শান্তৰসৰ প্ৰকাশো পুৰণি অসমীযা কাব্যসমূহত বিশেষ স্পষ্ট নহয। কন্দলিৰ 'ৰামাযণ'ৰ মাজত প্ৰতিবিধ ৰসৰে অলপ নহয অলপ স্ফুৰণ লক্ষ্য কৰা যায। ইযাত বীভৎস ৰস ফুটি উঠিছে বান্দৰ সেনাৰ অতিভোজনৰ চিত্ৰত, ৰাক্ষসৰ মৃতদেহৰ কিছুমান বৰ্ণনাত আৰু লংকাকাণ্ডত হনুমন্তই ৰাক্ষসসৱক কৰা অত্যাচাৰৰ বৰ্ণনাত। শান্তৰসৰ প্ৰয়োগ দেখা যায় শংকৰদেৱ, মাধৱদেৱ আৰু মাধৱকন্দলিৰ কাব্যত। মাধৱদেৱৰ 'ৰাজসূয' কাব্যত যুধিষ্ঠিৰৰ কৃষ্ণ-বন্দনাৰ মাজত এই ৰস ফুটি উঠিছে। অৱশ্যে ভক্তিৰসৰ প্ৰাবল্যৰ বাবে শান্তৰসৰ দীপ্তি ইয়াত ম্লান।

ভৰতমুনিয়ে স্বীকাৰ কৰা বৎসল বা বাৎসল্য ৰসক ধৰিলে ৰসৰ সংখ্যা দহবিধ হয়। অসমীয়া বৈষ্ণৱ সাহিত্যত ই এটি অনুপম ৰস বুলি স্বীকৃত। মাধৱদেৱৰ বৰগীতসমূহ, 'আদিকাণ্ড' ৰামায়ণ, শংকৰদেৱ 'কীৰ্তন' আৰু শ্ৰীধৰ কন্দলিৰ 'কাণখোৱা'ৰ মাজত এই ৰসৰ প্ৰকাশ জাকত জিলিকা। অসমীয়া সাহিত্যত মাধৱদেৱৰ শিশু কৃষ্ণ আৰু মাতৃ যশোদাৰ মৰম-চেনেহ মান-অভিমানেৰে ভৰা ছবিখনিৰ কথা ইতিমধ্যে নানা ঠাইত আলোচিত হৈছে। মাধৱদেৱ বাৎসল্য ৰসৰ কবি। তেওঁ অনুবাদ কৰা ৰামায়ণৰ 'বালকাণ্ড'ৰ ৰূপান্তৰ 'আদিকাণ্ড'ৰ মাজত শিশুৰ কৌতুকময় বিচিত্ৰ ছবি ফুটি উঠাৰ থল আছিল যদিও ৰামৰ পৰমপুৰুষত্বই সেই ঠাই অধিকাৰ কৰিছে। তাৰ তুলনাত 'জন্মৰহস্য' পুথিৰ মাজতে বাৎসল্য ৰসৰ প্ৰকাশ অধিক। অৱশ্যে এই প্ৰকাশ তেওঁৰ গীত আৰু ঝুমুৰাৰ মাজত থকা বাৎসল্য ৰসৰ প্ৰকাশৰ দৰে মোহনীয় নহয়।

শংকৰোত্তৰ যুগৰ কবি শ্ৰীধৰ কন্দলিৰ কাণখোৱা' নামৰ পুথিৰ মাজত বাৎসল্য ৰসৰ অপূৰ্ব প্ৰকাশ লক্ষ্য কৰা যায়। প্ৰকৃততে ভক্তি ৰসহে ইয়াৰ স্থাই ৰস হব লাগিছিল। কিন্তু ভগৱানৰ শিশুৰূপৰ অবুজ আমনি আৰু কোনেমতে শুৰলৈ মান্তি নোহোৱা মিঠা দুষ্টামিৰ প্ৰকাশে ইয়াত একপ্ৰকাৰ বাৎসল্য ৰসৰ সৃষ্টি কৰিছে। এই এধানি কাব্যখনিক এটি দীঘলীয়া নিচুকনি গীত যেনো লাগে। মাকে কানাইক শুৱাবলৈ যত্ন কৰি কৈছে—

ঘুমটি যাযোৰে অৰে কানাই
হুৰে কাণখোৱা আসে।
সকল শিশুৰ কাণ খাই খাই
আসয তোমাৰ পাশে ॥

কানাই কিন্তু সিমানতে ভয খোৱা পাত্ৰ নহয। মাকক তেওঁ সুধিছে কাণখোৱা-টোনো কেনেকুৱা। কাৰণ—

তাৰ নাম শুনি ঘুমটি নাসয
ভয়ে কাম্পে মোৰ বুক।
দেখিলে লৰাঁৰ পলাইবাক পাৰি
সম্বৰে চিনোৱা মোক ॥

বিবিধ অৱতাৰত ত্ৰিভুবন ভ্ৰমণ কৰা ভগৱানে কাণখোৱাক হেনো কেতিয়াও ক'তো সাক্ষাৎ পোৱা নাই। গতিকে ভয়তে তেওঁৰ বুকু 'তৰতৰি কাম্পে'—

ঘুমটিৰ ছলে নিচুকিয়া মই
চকু মেলি আছো চাই ।
কেনেকুৱা গোটে কাণ থাই ফুৰে
চিনায়োক মোক আই ॥

এফালে পৰমব্ৰহ্মৰ মহিমা আৰু আনফালে অজনা শিশুৰ সৰলতা— এই দুইৰ মিশ্ৰণত শ্ৰীধৰ কন্দলিৰ 'কাণখোৱা'ৰ কানাই মাধৱদেৱৰ শিশুকৃষ্ণৰ দৰে মনোমোহা সৃষ্টি । তেওঁৰ সমস্ত কাৰ্যকলাপৰ আলম লৈ বাৎসল্য ৰস জিলিকি উঠিছে ।

প্ৰাচীন অসমীয়া কাব্যৰ বিচাৰ কৰিলে দেখা যায় যে ইয়াৰে বহুজন অংশ ৰচিত হৈছে বৈষ্ণৱ কবিসকলৰ দ্বাৰা । শংকৰদেব, মাধৱদেৱ আৰু তেওঁলোকৰ অনুগামীসকলে নিজৰ প্ৰতিভাৰ দ্বাৰা ভক্তি-কাব্যৰ এক পৰম্পৰাৰ সৃষ্টি কৰিছিল । এই ভক্তি কাব্যবোৰত সদায়ে মূৰ তুলি থাকে ভক্তি ৰসে । শৃংগাৰ, হাস্য, কৰুণ আদি বাকী ৰসৰ সুতি-উপসুতিবোৰ ইয়াত ভক্তিৰ বৰলুইতত মিলি পৰিছে । শংকৰদেৱৰ ৰচনাত তীব্ৰ সম্ভোগ শৃংগাৰৰ বৰ্ণনা থাকিলেও তাকে কেনেদৰে হাস্যৰসত পৰিণত কৰি পেলোৱা হয়, তাৰে উদাহৰণ ইতিমধ্যে 'হৰমোহন'ৰ প্ৰসংগত দিয়া হৈছে । মাধৱদেবেও শৃংগাৰ ৰসক সদায়ে মূঢ়জনৰ দুখৰ হেতু বুলি বৰ্ণনা কৰিছে । মুঠতে সংস্কৃত কাব্যৰ সৌন্দৰ্য সৃষ্টিত ৰসৰ যি মুখ্য ভূমিকা থাকে, সেই ভূমিকা অসমীয়া বৈষ্ণৱ কবিসকলে দিয়া নাই । বিদ্যাপতি, চণ্ডিদাস আদি কবিসকলৰ কাব্যৰ বিষয়বস্তু কৃষ্ণ আৰু ৰাধাৰ প্ৰণয় । এই প্ৰণয় লীলা মধুৰ ৰসেৰে সিক্ত । অসমীয়া কবিসকলৰ কাব্যত প্ৰণয় কাহিনীও ভক্তি ৰসেৰে ভৰি উঠে । কৃষ্ণ-ৰুক্মিণী আৰু কৃষ্ণ-গোপীকাৰ প্ৰেমৰ মাজত বৈষ্ণৱ কবিসকলে দাঙি ধৰে ভক্ত আৰু ভগৱানৰ গম্ভীৰ সম্পৰ্কৰ ৰহস্য । কৰুণ ৰসৰ ক্ষেত্ৰতো একে কথা । বৈষ্ণৱ কবিসকলে কম সময়ৰ বাবে কৰুণৰসৰ প্ৰযোগ কৰিলেও সেইৰসৰ অৱসানৰ বাবে ভগৱানৰ মাহাত্ম্য-প্ৰচাৰ কৰাৰ সুবিধাকণ গ্ৰহণ কৰে । গতিকে কৰুণৰসো পৰিণত হয়গৈ ভক্তিৰসত ।

আলংকাৰিক সকলৰ মতে কাব্যৰ মাজেদি আনন্দ দান কৰাৰ মূল উপাদানটি হ'ল ৰস । অসমৰ বৈষ্ণৱ কবিসকলে ভক্তিকে আনন্দ দানৰ শ্ৰেষ্ঠতম মাধ্যম বুলি গণ্য কৰে । 'ৰসময়ী ভক্তি'ৰ বন্দনা তেওঁলোকৰ ৰচনাৰ প্ৰধান বৈশিষ্ট্য । সেয়েহে তেওঁলোকৰ ৰচনাত বাকীবোৰ ৰসে কোনো ক্ষেত্ৰতে

ভক্তিৰসক চেৰ পেলাই মূৰ তুলি উঠিব পৰা নাই। অবৈষ্ণৱ কবিসকলে অৱশ্যে মুকলি ভাবে সকলো ৰসৰ প্ৰয়োগ কৰাৰ বাবে তেওঁলোকৰ কাব্যসমূহ ৰস-বৈচিত্ৰ্যৰে মনোৰম হৈ পৰিছিল।

পুৰণি অসমীয়া কাব্যৰ ৰস বিচাৰ কৰিবলৈ গ'লে খ্যাত-অখ্যাত সকলো কাব্যৰে আলোচনা কৰাৰ প্ৰযোজন। অসমীযা সাহিত্যত এনে ধাৰাৰ এটি পূৰ্ণাংগ আলোচনাৰ প্ৰয়োজনীযতা অনুভৱ কৰা যায।

প্ৰাক-শংকৰী কালৰ শ্ৰেষ্ঠজন কবি হ'ল **মাধৱ কন্দলি**। শংকৰদেৱে অপ্ৰমাদী কবি আখ্যা দিয়া এইজন ব্যক্তিৰ কাব্য প্ৰতিভা আছিল অতুলনীয়, নানা ধৰণৰ বৈশিষ্ট্যৰে ভৰপূৰ। কন্দলিৰ 'ৰামাযণ'খন অসমীয়া সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ সম্পদ। তেওঁৰ 'ৰামাযণ'খন মূলতে পঞ্চকাণ্ড আছিল বুলি অনুমান কৰা হয আৰু আদি আৰু উত্তৰকাণ্ড পিছত মাধবদেৱ আৰু শংকৰ-দেৱে সংযোজন কৰে বুলি বিশ্বাস কৰা হয। অকল অধ্যায দুটা যোগ দিযেই নহয, কেবল 'শুভাশুভ' যুক্ত ৰামায়ণখনিত নৱবৈষ্ণৱ ধৰ্মৰ ৰহণো পিছত বোলাই কাব্যখনিক ভকতীযা ৰূপ দিবলৈ পিছত যত্ন কৰা হৈছিল। কন্দলি আছিল শ্ৰোতা আৰু পাঠকৰ মনৰ উমান পোৱা এজন সফল কবি আৰু কাহিনী কথক। তেওঁ ৰামচন্দ্ৰক ভগৱান ৰূপে দাঙি ধৰাতকৈ এজন সুখে দুখে ভৰা আদৰ্শ মানব ৰূপে দাঙি ধৰাতহে আনন্দ লাভ কৰিছিল। তেওঁ নিজেই কৈছিল—

কবিসব নিবন্ধয লোক ব্যবহাৰে।
কতো নিজ কথা কতো লম্ভা অনুসাবে॥
দেব বাণী নহি ইটো লৌকিক সে কথা।
এতেকে ইহাৰ দোষ নলৈবা সৰ্বথা॥

কেৱল লোকৰঞ্জনৰ মনোভাবেৰে ৰচনা কৰা ৰামাযণখনি নানাধৰণৰ সৌন্দৰ্যৰে ভৰপূৰ। তাৰ ভিতৰত প্ৰধান হ'ল অলংকাৰ প্ৰযোগৰ সৌন্দৰ্য। উপমা প্ৰয়োগৰ দক্ষতাৰ বাবে কন্দলিক অসমৰ কালিদাস বুলিব পাৰি। তেওঁৰ বৰ্ণনাৰ মাজত জীৱন্ত হৈ আছে নগৰৰ ছবি, উদ্যানৰ ছবি আৰু সুৰূপ দেহ সৌন্দৰ্যৰ বৰ্ণনা। সংস্কৃত কাব্যৰীতিৰ অনুৰূপে তেওঁ চন্দ্ৰ আৰু পদুমৰ উপমা সঘনে প্ৰয়োগ কৰে। ৰামায়ণখনিত মুখক চন্দ্ৰ আৰু নযনক তুলনা কৰা হৈছে চকোৰৰ লগত। মৌলিক সৃষ্টিৰে তেওঁ অসংখ্য উপমাপূৰ্ণ বাক্য ৰচনা কৰিছে। অৰণ্যকাণ্ড আৰু সুন্দৰাকাণ্ডত এনে বাক্যৰ প্ৰাচুৰ্য

পৰিলক্ষিত হয়। এই দুয়োটো কাণ্ডই অতি সুন্দৰ, (সুন্দৰাকাণ্ডত কিছু নাহি অসুন্দৰ)। ৰাৱণবদ্ধাৰা সীতাক হৰণ কৰি নিয়াৰ দৃশ্যটোত মালোপমাৰ ব্যৱহাৰ কৰা হৈছে—

ৰাক্ষসৰ অংগে ৰূপ সীতাৰ বলিল।
অঞ্জন পৰ্বতে যেন মাণিক্য জ্বলিল॥
ৰাৱণৰ কোলে দেৱী পৰম নিৰ্ম্মল।
মেঘক ফাৰিযা যেন চন্দ্ৰৰ মণ্ডল॥

প্ৰকৃতি বৰ্ণনাত কবি নিপুণ। প্ৰকৃতিৰ ৰূপৰ মাজত ৰামৰ মুখেদি তেওঁ সীতা আৰু প্ৰকৃতিক এক কৰি পেলাইছে

জনকৰ জীউ দেখা নদী মন্দাকিণী।
তোমাৰ সদৃশ সুশোভিত মধ্যাক্ষিনী॥
ৰাজহংস দেখা সীতা তোমাৰ গমন।
চক্ৰৱাক-যুগল তোমাৰ দুই তন॥

চিত্ৰকূট পৰ্বতৰ যি বৰ্ণনা, সি কিছু পৰিমাণে কালিদাসৰ উত্তৰ মেঘৰ একাংশৰ লগত তুলনীয়।

বিভিন্ন ৰসৰ সাৰ্থক প্ৰকাশত কবি কন্দলি দক্ষ আছিল। হাস্য, কৰুণ, শৃঙ্গাৰ বীৰ আদি ৰসেৰে ৰামাযণখনি ভৰপূৰ। অৰণ্যবাসত থাকোঁতে আৰু সীতাৰ বিৰহত কাতৰ হওঁতে ৰাম মুখত দিযা কথাত শৃঙ্গাৰ ৰসৰ প্ৰাচুৰ্য আছে। ৰামে বনলৈ যাবলৈ ওলাওঁতে সীতাযো এবাৰ কৈছে,—

চম্পক কলিকা যেন মোৰ কলেৱৰ।
লুণ্ডিঘুণ্ডি আছিলাহা যে হেন ভ্ৰমৰ॥
যেবে আসি বিকশিত হৈল ফুলফল।
উপভোগ এৰি কেনে কৰাহা নিষ্ফল॥

এনে আদি ৰসাত্মক বাক্য বহু ঠাইত আছে। কৰুণ ৰস বহু ঠাইত আছে যদিও বনবাসৰ আগে আগে কৌশল্যাই কৰা বিলাপত সি অতি গভীৰ আৰু অৰ্থবহ,—

ওৱাৰি শুশ্ৰবান শাল চিন্তা আমগাণ্ডি।
কৈকেয়ীৰ বচনে খোচানি ভৈল দাণ্ডি॥
শোকবহ্নি শ্বাস ধূম বিয়োগ তোমাৰ।
নিৰন্তৰে শবদাহ কৰিবে আমাৰ॥

লংকাকাণ্ড বীৰৰসৰ আকৰ। হাস্যৰস ঠায়ে ঠায়ে সিচঁৰতি হৈ আছে। মন্থৰাৰ অভিলাষ আৰু যোগীসকলৰ কাৰ্যই হাস্যৰসৰ সৃষ্টি কৰে। ৰামৰ পিছে পিছে লৰবোতে যোগীসকলে,—

আস বলি যোগী আচৰি পেলাইল
পূজাৰ দেৱতা মান
পূজিবাক লাগি পাছে পাইবো দেৱ
থাকয যেবে পৰাণ ॥

মনৰ ভাব প্ৰকাশত কবি অতিশয সফল হৈছে। সুমন্ত্ৰ মন্ত্ৰীৰ দোধোৰ-মোধোৰ মনৰ অৱস্থা তেওঁ কেনে ঘৰুৱাভাৱে প্ৰকাশ কৰিছে—

সুমন্ত্ৰ মন্ত্ৰীক, বুলিলন্ত ৰামে, শীঘ্ৰে ৰথ খান ডাক।
শুনৰে সুমন্ত্ৰ, নডাকিবি ৰথ, দশৰথে দেন্ত হাক ॥
'নযা থাক থাক', 'ডাক ডাক ডাক', উথলিল দুই ৰোল।
সুমন্ত্ৰ মন্ত্ৰীৰ, মন দোধা ভৈল, কৰয চিত্ত আন্দোল ॥

মূলৰপৰা পৰাপক্ষত তেওঁ ক'তো ফালৰি কটা নাই আৰু বৰ কমেহে 'লম্ভা' কথা যোগ দিছে। মূলৰ শ্লোকবোৰ কম কথাতে সুন্দৰকৈ তেওঁ প্ৰকাশ কৰিছিল। তাৰে এটা উদাহৰণ লংকাকাণ্ডত আছে—

দেশে দেশে কলত্ৰানি দেশে দেশে চ বান্ধবাঃ।
তং তু দেশং ন পশ্যামি যত্ৰ ভ্ৰাতা সহোদৰঃ ॥

তাৰে কন্দলিকৃত অনুবাদ—

ভাৰ্যা পুত্ৰ বন্ধু যত পাই যথা তথা।
হেন নতু দেখোহোঁ সোদৰ পাই কথা ॥

সম্ভৱ ৰামাযণখনি তেওঁ ৰজাৰ আগত আবৃত্তি কৰি গৈছিল, 'কন্দলি বোলন্ত মহামাণিযে শুনন্ত' আদি উক্তিৰপৰা এইকথা বুজিব পাৰি। মূলৰ অধ্যায়-বিভাজন পৰিহাৰ কৰি 'ঐত আছো এহিমান' বুলি তেওঁ অন্য প্ৰসঙ্গৰ অৱতাৰণা কৰে। কম কথাতে তেওঁ সৌন্দৰ্যক মনোৰম আৰু কদৰ্থক ভয়ংকৰ কৰি তুলিব পাৰিছিল।

সম-সাময়িক অসমৰ কিছুমান ৰীতি-নীতি আৰু অসমৰ প্ৰকৃতিজগতে কন্দলি ৰামায়ণত ভূমুকি মাৰিছে। জতুৱা ঠাঁচ আৰু ফকৰা-যোজনা অসংখ্য দেখা যায়। বানৰ সৈন্যৰ বৰ্ণনাত তেওঁ তুলনা কৰিছে—'আকাশ ছানিয়া যেন ফৰিঙ উজান্ত।' দশৰথৰ ৰাজসভাত তেওঁ উপস্থাপিত কৰিছে এজন

সন্দিকৈক,—'সেনাপতি বসিলন্ত মন্ত্ৰী সন্দিকৈ।' ব্ৰাহ্মণ, ক্ষত্ৰিয় আদিৰ কথা কওঁতে কন্দলিয়ে লগতে উল্লেখ কৰিছে তাঁতী, সোণাৰি, কঁহাৰ, ধোবা, হাড়ি আদিৰ নাম।

শৈৱ আৰু শাক্ত ধৰ্মৰ লগত কন্দলি বোধকৰো ভালদৰে পৰিচিত আছিল। চণ্ডী, ৰণচণ্ডী, মন্ত্ৰ, গণ-পতি ঘটৰ উল্লেখো আছে। 'অষ্টমীৰ ছাগ' উপমাটি একাধিকবাৰ ব্যৱহৃত হৈছে। অসমীয়া হিন্দুৰ স্ত্ৰী-আচাৰ আৰু অন্ত্যেষ্টিক্ৰিয়াৰ বিৱৰণ বিস্তৃতভাৱে পোৱা যায়। এই স্থানীয় গুৰুত্বযুক্ত বৰ্ণনাই কন্দলি-ৰামায়ণক স্বকীয়া মূল্য দিছে।

কন্দলিৰ কলমত অসমীযা কথিত ভাষাৰ প্ৰাচীন ৰূপ সংৰক্ষিত হৈছে। এইৰূপ সংগীতময়, অলংকাৰৰ প্ৰাচুৰ্যত সুন্দৰ আৰু সুকুমাৰতাৰ ফালৰপৰা কবিতাৰ দৰে মধুৰ। ই এফালে কোমল, আনফালে গম্ভীৰ। কন্দলিয়ে "তেওঁৰ সুন্দৰ শব্দ-চয়ন আৰু ভাষাৰ সাংগীতিক গুণেৰে এইদৰে শংকৰদেৱ আদি বৈষ্ণৱ কৱিসকলৰ নিমিত্তে এটি বহল শক্তিপূৰ্ণ ভাবৰ বাহন এৰি থৈ যায়।"

অসমীযা কাব্য সাহিত্যত **শংকৰদেৱৰ** অৱদান সুন্দৰ আৰু অম্লান। বহুমুখী প্ৰতিভাৰ গৰাকী মহাপুৰুষজনাই গীত, নাট, কাব্য আদি বহুবোৰ দিশতে যুগমীযা অৱদান আগবঢ়াই গৈছিল। সেই আটাইবোৰেই যদিও অনুপম আছিল তাৰ ভিতৰত জাকতৰ্জিলিকা হ'ল তেওঁৰ 'কীৰ্তন' পুথি আৰু 'ৰুক্মিণীহৰণ' কাব্য। শংকৰদেৱৰ গীতসমূহৰ মাজতো সুন্দৰ কাব্যিক আবেদন লক্ষ্য কৰা যায।

শংকৰদেৱৰ কাব্য আছিল উদ্দেশ্য প্ৰধান। বিষ্ণু-ভক্তিৰ প্ৰয়োজনীযতা ঘোষণা কৰিবৰ বাবে তেওঁ গীত-মাত ৰচনা কৰিছিল যদিও স্বাভাৱিক প্ৰতিভাৰ বাবেই তাত সংযোজিত হৈছিল মনোৰম কাব্যিক সৌন্দৰ্যৰ। তেওঁৰ অলংকাৰ প্ৰয়োগৰ দক্ষতা আৰু ৰস-সঞ্চাৰৰ নৈপুণ্য আছিল গভীৰ। বৰ্ণনাশক্তিৰ তীব্ৰ স্পষ্টতাও তেওঁৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। তদুপৰি তেওঁৰ কাব্যত পোৱা যায এক গভীৰ ছন্দকুশলতা।

শংকৰদেৱৰ কবি-প্ৰতিভাৰ দুটি সুন্দৰ উদাহৰণ হ'ল 'কীৰ্তন' পুথি আৰু ৰুক্মিনী-হৰণ' কাব্য। 'কীৰ্তন'ৰ মূল আধাৰ হ'ল 'ভাগৱত-পুৰাণ'। ৰসপূৰ্ণ কাহিনীৰ মাজত অপূৰ্ব কৌশলেৰে নৱবৈষ্ণৱ ধৰ্মৰ মূল বক্তব্য। প্ৰতিপাদন কৰা এই পুথিত গুৰুজনাৰ পাণ্ডিত্য আৰু প্ৰতিভাৰ অপূৰ্ব মিলন লক্ষ্য কৰা যায়।

কৃষ্ণ-ভক্তিৰ প্ৰয়োজনীয়তা প্ৰচাৰ কৰিবলৈ মহাপুৰুষে ভগৱানৰ কৃপালু, ভক্ত-বৎসল আৰু দুষ্টক দমনকৰোঁতা ৰূপৰ ছবি আঁকিছে নানা বিচিত্ৰ অলংকাৰেৰে সজাই। এই সুন্দৰ ভগৱানক কেনেদৰে আপোন কৰি লৈ সংসাৰ-নিকাৰৰ হাত সাৰিব পাৰি—সেয়া কীৰ্তনৰ মূল বক্তব্য। ভক্তিৰ স্বৰূপ আৰু প্ৰযোজনীযতা সম্পৰ্কে কীৰ্তন পুথিৰ নানা অংশত ব্যাখ্যা আগবঢ়োৱা হৈছে। 'প্ৰহ্লাদ-চৰিত্ৰ' অংশত' নববিধ ভক্তিৰ কথা পোৱা যায়। এই নববিধ ভক্তিকে নৱ বৈষ্ণৱ ধৰ্মত মুখ্য ভূমিকা দিয়া হৈছে—

শ্ৰৱন কীৰ্তন স্মৰণ বিষ্ণুৰ
অৰ্চন পদ সেবন।
দাস্য সখিত্ব বন্দন বিষ্ণুত
কৰিব দেহা অৰ্পণ॥

এই নববিধৰ ভিতৰতে আকৌ শ্ৰৱণ আৰু কীৰ্তনৰ ঠাই আগশাৰীত। প্ৰকৃততে নিৰক্ষৰ জনতাৰ বাবে এই দুটাই হ'ল সবাতোকৈ উপযোগী পন্থা। ভগৱানৰ নাম আৰু গুণ-গান শ্ৰৱণ-কীৰ্তন কৰিলে ভগৱানো সন্তুষ্ট হয় বুলি সকিয়াই মহাপুৰুষে এই দুই ভক্তি-ৰীতিলৈ মানুহক আকৰ্ষণ কৰিছে শাস্ত্ৰ অধ্যয়ন কৰি যি পৰম তত্ত্ব লাভ কৰিব পাৰি, সি শ্ৰৱণ-কীৰ্তনৰদ্বাৰা অনায়াস লব্ধ—

জ্ঞান-অভ্যাসকো কহো নেদেখি বিশেষ।
শ্ৰৱণ-কীৰ্তন তৰে সংসাৰৰ ক্লেশ॥

মহাপুৰুষীযা ধৰ্মৰ প্ৰকৃতি হ'ল দাস্য। স্বামীৰ প্ৰতি দাসৰ যেনে ভক্তি আৰু অনুৰক্তি থাকে, ভগবানৰ প্ৰতিও ভক্তৰ অনুৰাগ অনুৰূপ হোৱা উচিত। বলিৰ মুখেৰে প্ৰকাশ পাইছে—

ঐশ্বৰ্য-জঞ্জাল নালাগে আমাৰ
ছিন্তা মোৰ মোহ পাশ।
কৰা প্ৰভু দাযা জন্মে জন্মে হৈবো
তোমাৰ দাসৰো দাস।

নিজকে দাসৰো দাস আৰু দীন হীন বুলি গণ্য কৰি প্ৰকৃত ভক্তসকলে ভগৱানৰ চৰণত আত্মসমৰ্পণ কৰে। এই আত্মসমৰ্পণ স্বামীৰ কাষত ভৃত্যৰ আত্মোৎসৰ্গ। নৱ বৈষ্ণৱ ধৰ্মৰ অন্য এক বৈশিষ্ট্য জাতিভেদ হীনতা। উচ্চ কুলজাত আৰু শাস্ত্ৰজ্ঞ লোকেহে ধৰ্মৰ গুৰি ধৰা প্ৰথাৰ শংকৰদেৱে পৰিবৰ্তন সাধিলে কিকৰ চাণ্ডাল গাৰ্দভৰো আত্মাৰাম" বুলি তেওঁ কৈছে—

ব্ৰাহ্মণৰ চাণ্ডালৰ নিবিচাৰি কুল।
দাতাত চোৰত যেন দৃষ্টি এক তুল।
নীচত সাধুত যাৰ ভৈল এক-জ্ঞান
তাহাকেসে পণ্ডিত বুলিয় সৰ্ব্বজান ॥

হৰিভক্তৰ মনত উচ্চ-নীচৰ পাৰ্থক্য নাথাকে। জাতি-বৰ্ণ নিৰ্বিশেষে সকলোৱেই হৰিভক্তিৰ অধিকাৰী। হৰিৰ কৃপাৰ পাত্ৰও যিকোনো লোকেই হব পাৰে। তাৰ উদাহৰণ পোৱা যায় 'অজামিল-উপাখ্যান'ত। অজামিল আছিল পৰম অধৰ্মী ব্ৰাহ্মণ। অজামিলে—

জাতি-কুল-ক্ৰিয়া সমস্তে ত্যাগিল
মিলিল কৰ্ম বিপাক।
যত মহা পাপ সমস্তে সিজিল
পোষন্তে পুত্ৰ-ভাৰ্য্যাক ॥

বেশ্যাত পতিত হোৱা এনে এজন অজামিলেও মৰণ কালত নাৰায়ণ নামৰ পুত্ৰৰ নাম লৈ উদ্ধাৰ পালে। ভগৱানৰ নাম 'শ্ৰদ্ধায়ে হেলায়ে লৈয়া'ও যে মুক্তি পাব পাৰি, এই আখ্যানত তাকেই ব্যক্ত কৰা হৈছে।

সকলো তত্ত্ব কথা বাদ দিও 'কীৰ্তন'ত আছে এক মন-প্ৰাণ হৰণ কৰা আকৰ্ষণ। এই আকৰ্ষণ হ'ল বিবিধ চিত্ৰময় বৰ্ণনাৰ। বেজবৰুৱাৰ মতকে সমৰ্থন কৰি কব পাৰি, "ভাষাৰ লালিত্য, ছন্দৰ ঝঙ্কাৰ, সুৰৰ লাৱণ্য, ভাবৰ মাধুৰ্য, ভক্তিৰ দৃঢ়তা, চিন্তাৰ উচ্চতা আদিৰ সমষ্টিৰে" এই পুথি অনুপম। পুথিখনিৰ কাব্যিক সৌন্দৰ্যৰ তুলনা নাই, নানা অংশত অসংখ্য সৌন্দৰ্যময় স্তৱক সিঁচৰতি হৈ থকা দেখা যায়। হৰমোহন, ৰাসক্ৰীড়া আদিৰ মাজত এই সৌন্দৰ্য বেছি স্পষ্ট। 'হৰমোহন'ৰ উদ্যানৰ বৰ্ণনা—

শেৱালি নেৱালি পলাশ পাৰলি
পাৰিজাত যুতি জাই।
বকুল বন্দুলি আছে ফুলি ফুলি
তাৰো সীমা সংখ্যা নাই।

এয়া যেন অসমৰহে ফুলনি এখন! সেইদৰে 'গজেন্দ্ৰোপাখ্যান'ৰ নানা ফলৰ বৰ্ণনাতো অসমৰ চিনাকি ছবি এখন ফুটি উঠিছে—

আম জাম লেবু জৰা জামীৰ থাজুৰী।
বিল্ব নাৰিকেল কল তামুল পাকৰি ॥

'শিশুলীলা' খণ্ডত যশোদাৰ সবল মাতৃস্নেহ আৰু কৃষ্ণৰ শিশুসুলভ দুষ্টালিৰ মনোৰম প্ৰকাশ দেখা যায়—

উড়ল উপৰে বসি হৰি।
ভূজন্ত লয়নু চুৰি কৰি ॥
সিকিযাৰ পৰা নমাই আনি।
বানৰকো দেন্ত দলি হানি ॥

কৃষ্ণৰ এই দুষ্ট শিশুৰ ৰূপটিৰ আঁৰত যে এজন পূৰ্ণ ব্ৰহ্ম ভগৱান বিৰাজ কৰিছে, সেই বিষয়ে সকিয়াবলৈও মহাপুৰুষে পাহৰা নাই। মাকৰ ভয়ত পলোৱা কৃষ্ণৰ কথাও—"যাক যোগী-নপাৱে ধ্যানত, হেন হৰি পলান্ত ভয়ত" বুলিহে কৈছে। এই কৃষ্ণৰেই নিচেই চালুকীয়া কালৰ ছবি কেনে স্বাভাৱিক সৌন্দৰ্যৰে ভৰা—

আণ্ঠু কাঢ়ি ৰিঙ্গ পাৰি ফুৰা ব্ৰজ মাঝে।
সোণাৰ ঘাঘৰচয কঙ্কালত বাজে ॥
বৃষৰ শুনিযা নাদ চমকি উলটি
আথে-বেথে ধৰা গৈয়া মাৱক সাৱটি ॥

যশোদাৰ বাবে কৃষ্ণ আঁচলৰ ধন, নয়ণৰ মণি। পূৰ্ণ ব্ৰহ্ম ভগৱানক অকৃত্ৰিম মাতৃস্নেহেৰে বশ্য কৰি যশোদাই ভক্ত-বৎসল ভগবানৰ মহিমা ঘোষণা কৰিছে। কৃষ্ণ খন্তেক চকুৰ আঁৰ হলেই যশোদাই বিনাই উঠে—

গোধুলি কোনে যাইবে বংশী বাই।
কোনে মোক গৈযা বুলিবে আই ॥
ধুলা জাৰি কাক কৰাইবো স্নান।
কোনে কৰিবেক গোৰস পান ॥

এনেবোৰ উক্তিযে যশোদাৰ মাতৃ-চৰিত্ৰ মোহনীয় আৰু স্বাভাৱিক কৰি তুলিছে।

ভাবৰে সৈতে ভাষাৰ খাপ খোৱা মিশ্ৰণ 'কীৰ্তন'ৰ চকুত লগা বৈশিষ্ট্য। বিষয়বস্তুৰ লগত সংগতি ৰাখি তীব্ৰ আৰু মৃদু ছন্দ আৰু সমাস বহুল বা সমাসহীন শব্দ মহাপুৰুষজনাই নিপুণভাৱে প্ৰয়োগ কৰিছিল। ইয়াৰ ফলত একো একোটা অধ্যায় বেছি মনোগ্ৰাহী হৈছে। গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধৰ এটি সুন্দৰ বৰ্ণনা এই দৰে আছে—

গজেন্দ্ৰক গ্ৰাহে আজুৰি টানে।
হস্তীয়ো গ্ৰাহক আজুৰি আনে ॥
যতেক বল আছে মানে দিলা।
গ্ৰাহ-গজেন্দ্ৰৰ যুদ্ধ মিলিলা ॥

ভয়ানক ৰসৰ অৱতাৰণা কৰিবলৈ হ্ৰস্ব-একাৱলী ছন্দৰ সফল ব্যৱহাৰ—

দানৱে ফুৰন্তে যেবে আছে।
দেখি খঙ্গে নৰসিংহে পাছে ॥
কম্পাই শিৰ কেশৰ উল্লাসি।
তুলিলা আছোটে ঘোৰ হাসি ॥

'স্যমন্তক-হৰণ'ৰ উপভোগ্য যুদ্ধখনো ঝুমুৰী ছন্দত প্ৰাণৱন্ত হৈ উঠিছে—

দুয়ো হুয়া মহাক্ৰুদ্ধ।
লগাইলেক ঘোৰ যুদ্ধ ॥
দুয়ো মাতঙ্গৰ লীলা।
বৰিষে পৰ্বত শিলা ॥
মাংসৰ কাৰণে যেন।
যুজন্ত দুগোটা শেন ॥—ইত্যাদি।

দুলড়ি, ছবি, লেচাৰি আদি বিচিত্ৰ ছন্দৰে কীৰ্তন পুথি সজ্জিত। নিপুণ পাঠকৰ মুখত প্ৰত্যেকটো ছন্দ স্বকীয়া বৈশিষ্ট্যৰে সজীৱ হৈ উঠে।

ছন্দ-বৈচিত্ৰ্যৰ দৰে ৰস বৈচিত্ৰ্যও 'কীৰ্ত্তন'ৰ অন্যতম সম্পদ। হাস্য, কৰুণ, শৃংগাৰ আদি নৱৰসৰ বেছিভাগ ৰসেই ইয়াত নানা ঠাইত নানাভাৱে ব্যৱহৃত হৈ ভক্তিৰসৰ মূল সংগীতত মিলি পৰিছে। 'শিশু লীলা' খণ্ডত বিমল হাস্য ৰসে দেখা দিছে। 'ৰাস ক্ৰীড়া' আৰু 'হৰমোহন' অধ্যায়ত প্ৰথম দৃষ্টিত শৃঙ্গাৰ ৰস প্ৰকট হৈ ধৰা দিয়ে যদিও শেষত শৃঙ্গাৰ ৰসক তল পেলাই মূৰ দাঙি উঠে ভক্তিৰসে। কৃষ্ণ গোপীকাৰ কামকেলিৰ বিস্তৃত বৰ্ণনা দিয়াৰ পিছত মহাপুৰুষে কবলৈ পাহৰা নাই যে —

নাপাৰিলা গোপীগণে মুহিবে কৃষ্ণক
ছায়ায়ে সহিতে যেন উমলে বালক ॥

'হৰমোহন'ৰ আদিৰসাত্মক বৰ্ণনা তীব্ৰ প্ৰকাশ ভংগীৰে ভৰপূৰ। মোহিনী-মায়াত মতলীয়া হৈ নাৰীবেশী বিষ্ণুক "হৰষ-বদনে বান্ধে দিয়ো মোক চুমা, কৰা আলিঙ্গন কি কৰিতে পাৰে উমা" বুলি কামাতুৰ হৈ খেদি ফুৰা শিৱৰ

চৰিত্ৰই এফালে হাস্যৰস আনফালে শৃংগাৰ ৰসৰ সৃষ্টি কৰিছে। শেষত শিৱই উপলব্ধি কৰিছে—

যাহাৰ অঙ্গত চৰাচৰ ভৈল বাজ।
হেন হৰি মুহিলা ইহাত কোন লাজ ॥

'ৰাসক্ৰীড়া' অধ্যায়ৰ গোপীৰ কৃষ্ণ অন্বেষণ অংশ বিপ্ৰলম্ভ শৃংগাৰৰ সুন্দৰ উদাহৰণ। কৃষ্ণৰ বিৰহত কাতৰা হৈ গোপীসকলে নিজেই কৃষ্ণ-লীলা কৰা আৰু গছে বনে বাহ্যজ্ঞান শূন্যা হৈ কৃষ্ণৰ বাৰ্তাৰ সোধাৰ বিৱৰণ হৃদয় পৰশা। তেওঁলোকে উন্মাদিনীৰ দৰে সুধিছে—

হে আম জামু বেল বকুল।
নাহি উপকাৰী তোমাৰ তুল ॥
কৃষ্ণৰ বিৰহে দেখো আন্ধাৰ।
কোৱা কৈক গৈল প্ৰাণ আমাৰ ॥

এই অংশত মহাপুৰুষে চমকলগা সৌন্দৰ্যৰে কিছুমান স্তৱক ৰচনা কৰিছে। দুখ, ক্ষোভ আৰু অভিমান মিশ্ৰিত মনেৰে গোপীসকলে কৃষ্ণক দোষাৰোপ কৰিছে—

নিকিনিলা দাসী ভজিলোহো আসি
গীততে হুযা দগধ।
কটাক্ষে মাৰিলে বধ নলাগে কি
অস্ত্ৰে কাটিলেসে বধ ॥

শংকৰদেৱৰ পৰম আনন্দ আছিল উপাস্য দেৱৰ ৰূপৰ ছবি অঁকাত। যতেই সুৰুঙা পাইছে,—ত'তেই তেওঁ ভগবান কৃষ্ণৰ মনোমোহা ৰূপ ছবি আঁকিছে—

অৰুণ নেত্ৰ কমলৰ পাসি।
নগুচে মুখে সদা অল্পহাসি ॥
নাসা তিলফুল সম সুন্দৰ।
বৰ্তুল ৰাতুল চাৰু অধৰ ॥

শিশু-কৃষ্ণৰ মনোমোহা গৰখীয়া ৰূপ, মাতৃ যশোদা আৰু গোপীসকলৰ মোহনীয়া সৌন্দৰ্য, নৃসিংহৰ ভয়ানক ৰূপ—এই সকলোবোৰৰেই চিত্ৰ সুস্পষ্ট আৰু উজ্জ্বল।

'কীৰ্ত্তন' পুথিক অসমৰ মৌচাক আখ্যা দিয়া হয়। এই পুথিৰ সঞ্চিত যি মধু বিন্দু আছে, সি ল'ৰাৰপৰা বুঢ়ালৈকে প্ৰতি অসমীয়াক তৃপ্তি দি

আহিছে। ইয়াত বিভিন্ন বয়সৰ লোকে আমোদ পাবৰকৈ ভিন ভিন ৰুচিৰ সমল আছে,—আছে সকলোকে মন্ত্ৰমুগ্ধ কৰি ৰাখিব পৰা আহিলা। ৰসপূৰ্ণ কাহিনীৰ পৰিস্ফুটনৰ মাজেদি বেদান্তৰ পৰম তত্ত্ব অৱতাৰী পুৰুষ কৃষ্ণ ভগৱানৰ লীলামাহাত্ম্য বৰ্ণনা কৰি শংকৰদেৱে কেৱল ধৰ্ম প্ৰচাৰেই কৰা নাই, অসমীয়া সমাজলৈ দি গৈছে চিৰকাল অক্ষয় অব্যয় হৈ থকা মানসিক তৃপ্তিৰ অনুপম আহাৰ।

শংকৰদেৱৰ সবাতোকৈ জনপ্ৰিয় ৰচনা হ'ল 'ৰুক্মিণী-হৰণ' কাব্যখনি। তেওঁৰ আগবয়সত ৰচনা কৰা এই কাব্যখনিত গুৰুজনাৰ সকলো কাব্যিক প্ৰতিভা থুপ খাই আছে। ঘাইকৈ হৰিবংশৰ আধাৰত এই কাব্যখনি ৰচিত লগতে মিশ্ৰণ কৰা হৈছে ভাগৱত-পুৰাণৰ আখ্যান।

'ৰুক্মিণী-হৰণ'ৰ কাহিনীভাগ গঢ় লৈ উঠিছে কৃষ্ণ আৰু ৰুক্মিণীৰ পূৰ্বৰাগ, বিৰহ-আশংকা আৰু নানা প্ৰতিঘাতৰ মাজেদি। কাব্যখনিত লোকৰঞ্জক উপাদান বেছি আৰু ভক্তি-তত্ত্বৰ প্ৰকাশ কম। নানান বৰ্ণনা আৰু উক্তিৰ মাজেদি ইয়াত কৃষ্ণৰ পৰমপুৰুষত্ব আৰু কৃষ্ণ-ভক্তিৰ মাহাত্ম্য ফুটাই তোলা হৈছে যদিও গুৰুজনাৰ পিছৰ কালৰ ৰচনাসমূহৰ তুলনাত ইয়াত ভক্তি-ধৰ্মৰ প্ৰচাৰৰ মনোভাৱ বেছি উগ্ৰ নহয়। ঘাইকৈ মানুহৰ মনত আনন্দ দিব পৰা উপাদানসমূহ কাব্যখনিত প্ৰচুৰ পৰিমাণে ব্যৱহাৰ কৰা হৈছে। সবাতোকৈ মনোমোহা দিশটো হ'ল ইয়াত থকা সমাজৰ ছবি অংকন। সেই সমাজ অসমীয়া সমাজৰ এনে নিখুঁত প্ৰতিৰূপ যে আজিও প্ৰতিজন অসমীয়াই 'ৰুক্মিণী-হৰণ'ৰ মাজত নিজা ঘৰুৱা আৰু সামাজিক জীৱনৰ প্ৰতিফলন বিচাৰি পায়।

ভীষ্মক ৰজা আৰু শশীপ্ৰভা মহাদেৱৰ পাঁচপুত্ৰৰ মাজত একেজনী কন্যা ৰুক্মিণী হ'ল আলাসৰ লাড়ু, নয়নৰ মণি। সেই ৰুক্মিণী চাওঁতে চাওঁতে চন্দ্ৰকলাৰ দৰে বাঢ়ি অহা দেখি মাকৰ চিন্তা লাগিছে উপযুক্ত পাত্ৰৰ বাবে। তেওঁৰ চিন্তাৰ ভাগ লৈ ৰজা ভীষ্মকে যি কোনো আদৰ্শ অভিজাত লোকৰ দৰে নিজৰ জ্ঞাতি কুটুম্বক মানি কন্যাৰ বিয়াৰ আলোচনা কৰিছে আৰু কৃষ্ণই যে ৰুক্মিণীৰ আদৰ্শ আৰু উপযুক্ত স্বামী হ'ব, সেই কথা প্ৰকাশ কৰিছে। এই আনন্দদায়ক প্ৰস্তাৱত শশীপ্ৰভায়ো উলাহেৰে মত দিছে,—

অনন্তৰে মহাদই মাতিলা স্বামীক।
সুধিব নালাগে বিহা দিও ৰুক্মিণীক ॥
কত ভাগ্যে পাইবোঁ আমি কৃষ্ণক জমাই।
সুখেতে থাকিবে মোৰ ৰুক্মিণী জীয়াই ॥

জীয়েকৰ সুখৰ বাবে মাতৃ-প্ৰাণৰ এই চিন্তা বৰ স্বাভাৱিক। কিন্তু এই আনন্দত বিঘিনি ঘটালে বৰপুত্ৰ ৰুক্মবীৰে। ৰুক্মবীৰৰ ইচ্ছা হ'ল নিজৰ প্ৰিয়বন্ধু শিশুপাললৈ ভনীয়েকক বিয়া দিয়াৰ। পুত্ৰৰ মইমতালি আৰু আসুৰিক স্বভাৱৰ কাষত প্ৰবলপ্ৰতাপী ৰজা ভীষ্মকৰো কোনো কথা নৰজে। ৰুক্ম যেন বহুতো অভিজাত পৰিয়ালত থকা গুৰু-গোঁসাই নমনা 'বৰবোপা'হে। বৰবোপাই যি কয়, ঘৰত সেয়া মানিবলৈ বাধ্য। কিন্তু ইতিমধ্যে ভাটৰ মুখে কৃষ্ণৰ ৰূপ-গুণৰ বৰ্ণনা পাই ৰুক্মিণী হৈ আছে প্ৰেম-বিহ্বলা। তেওঁৰ মনৰ সুখ, চকুৰ টোপনি সকলো কাঢ়ি নিলে কৃষ্ণৰ চিন্তাই। এই উতলা বিৰহ-দশাৰ ছবি শংকৰদেৱে বৰ মনোমোহাকৈ আঁকিছে। সিফালে দ্বাৰকাত কৃষ্ণৰো একে দশা। তেওঁৰো 'উগুলথুগুল নিদ্ৰা নাসয় শয্যাত।' শংকৰদেৱৰ কাপত নায়ক-নায়িকাৰ এই পূৰ্বৰাগৰ বৰ্ণনা বৰ সুন্দৰকৈ ফুটি উঠিছে। তাৰ পিছতে আছে আসন্ন আশাভংগৰ আশংকাত কঁপি উঠা ৰুক্মিণীৰ হিয়াৰ বতৰা। ৰাজকন্যা ৰুক্মিণী সুশীলা আৰু নম্ৰস্বভাৱা যদিও শিশুপালৰ লগত বিবাহ স্থিৰ কৰাৰ নিদাৰুণ সংবাদত তেওঁৰ ধৈৰ্যচ্যুতি ঘটিছে। ককায়েকৰ প্ৰতি তীব্ৰ আক্ৰোশত তেওঁ নকৈ পৰা নাই,—

ভাই নোহে সিটো পাপী পৰম চণ্ডাল।
উপাজি নমৰি কিয় আছে এতকাল ॥
কোন মতে বঞ্চ মোৰ কৃষ্ণ হেন স্বামী।
কিনো নিদাৰুণ তই ভৈলি অধোগামী ॥

খঙে-বেজাৰে এইখিনি কথা কলেও তেওঁৰ অন্তৰৰ পৰা ককায়েকলৈ থকা মৰম চেনেহৰ অন্ত পৰা নাই। সেয়েহে যুদ্ধক্ষেত্ৰত কৃষ্ণই যেতিয়া ৰুক্মক হত্যা কৰিবলৈ উদ্যত হৈছিল, তেতিয়া ৰুক্মিণীয়ে কাতৰ ভাবে ককায়েকৰ প্ৰাণ-ভিক্ষা কৰিছিল।

ৰুক্মিণীৰ মাজত এগৰাকী ভক্তা নাৰীক ফুটাই তুলিবলৈ শংকৰদেৱে যত্ন কৰিছে যদিও তাৰ লগে লগে সুন্দৰী, বুদ্ধিমতী আৰু প্ৰেমিকা ৰুক্মিণী নায়িকাসুলভ সকলো লক্ষণেৰে জিলিকি উঠিছে।

অন্যান্য সজীৱ চৰিত্ৰৰ ভিতৰত শশীপ্ৰভা আৰু সুমালিনী ধাইৰ চৰিত্ৰৰ কথা প্ৰথমে মনলৈ আহে। আদৰ্শ মাতৃ শশীপ্ৰভা সন্তানৰ চেনেহত আকুল। চেনেহৰ কন্যাৰ প্ৰতি তেওঁৰ যিমান আকৰ্ষণ, সিমানেই মৰম অবাধ্য আৰু উদ্ধত পুত্ৰৰ প্ৰতিও। তেওঁ অভিজাত পৰিয়ালৰ সুগৃহিণীৰ দয়া, ক্ষমতা আৰু চেনেহৰ প্ৰতীক। পুত্ৰৰ মৃত্যুৰ আশংকাত তেওঁ কান্দি কাটি বিলাপ কৰিছে,—

জ্ঞাতিগণে দিলে হাক তোক দ্বন্দ কৰিবাক
নুশুনিলি কিনো স্বতন্তৰ।
ওলাই গৈলি নাচি-বাগি পুত্ৰ ইজন্মক লাগি
উলটিয়া নপাশিলি ঘৰ ॥

যুদ্ধক্ষেত্ৰলৈ গৈ মৃতৰ ভাওধৰি পৰি থকা পুত্ৰক তেওঁ ভৎসৰ্না ভৰা বুজনি দিয়া কাৰ্যেই তেওঁৰ মৰম আৰু শাসন দুয়োটোৰে প্ৰকাশ ঘটাইছে। দ্বাৰকালৈ গৈ ৰুক্মিণীক বিয়া দি উভটি অহাৰ পৰত তেওঁৰ মাজত দেখা যায় যি কোনো কইনাৰ মাকৰ স্বাভাবিক বেজাৰ। দৈবকীৰ লগত তেওঁৰ বিয়নি মেলৰ বৰ্ণনাও মনোৰম। শশীপ্ৰভাই দৈবকীক কৈছে—

সুৰাগতে মোৰ বাঢ়িল ৰুক্মিণী
ঘৰে কৰে নিতে ৰোষ।
ঢাকি ৰাখি তুমি আপুনি চাহিয়া
মৰ্ষিবা দশ দোষ ॥

কন্যাৰ মাকৰ বেজাৰ দেখি দৰাৰ মাক দৈৱকীয়ে যিদৰে বিযনিক সান্ত্বনা দিছে, সেযাও অসমীয়া সমাজৰ এখন হুবহু ছবি,—

কি কাৰণে বিহানী কৰিছা মন দুখ ॥
তোমাৰে সে জী জমাই তোমাৰে সে ঘৰ।
তুমি সে আপোন হৈবা আমি হৈবো পৰ।
জমাই পাইলা কৃষ্ণক কত পুণ্য ফলে।
আনন্দ উৎসৱ আতি কৰিবাক লাগে ॥

বিদায়ৰ এই কৰুণ মুহূৰ্তত ৰুক্মিণীৰ ধাইমাক সুমালিনীয়েও কোলাই-বোকাই লৈ ডাঙৰ কৰা চেনেহৰ ৰুক্মিণীক গটাই থৈ আহিছে কৃষ্ণৰ হাতত। কৃষ্ণয়ো মিঠা কথাৰে কেনেকৈ তাইক সান্ত্বনা দিলে আৰু আনন্দ পাব পৰাকৈ

বস্ত্ৰ-অলংকাৰ উপহাৰ দি ন জোৱাঁইৰ কৰ্তব্য পালন কৰিলে, সেইবোৰ কথা শংকৰদেৱে সুন্দৰকৈ দাঙি ধৰিছে।

কাব্যখনিত বিবিধ ৰসৰ প্ৰকাশ দেখা যায়। শৃংগাৰ, হাস্য, বীৰ, কৰুণ আদি ৰসৰ বিচিত্ৰ প্ৰকাশে কাব্যখনিত অপূৰ্ব সৌন্দৰ্যৰ সৃষ্টি কৰিছে। কৃষ্ণ আৰু ৰুক্মিণীৰ প্ৰণয় আৰু মিলনৰ মাজত পূৰ্বৰাগ, বিপ্ৰলম্ভ আৰু সম্ভোগ শৃংগাৰ ফুটি উঠিছে। এনেবোৰ বৰ্ণনাৰ মাজত অপূৰ্ব কাব্যিক সৌন্দৰ্য লক্ষণীয়। কৃষ্ণ আৰু ৰুক্মিণীৰ প্ৰথম সাক্ষাতৰ বৰ্ণনা মনোৰম,—

দুয়ো দুইহান্তক চাহিলন্ত নেত্ৰ ভৰি ॥
আতি হাবিয়াসে চক্ষু নভাসন্ত আৰ।
নিমিষ কাঢ়ন্তে আতি হোৱে ঘোৰ পাৰ ॥
চাহন্তে চাহন্তে দুইৰো ন খণ্ডে তৃপিতি।
বাঢ়ন্তেসে যায় স্নেহ আতিশয় প্ৰীতি ॥

হাস্যৰসৰ প্ৰধান আধাৰ হ'ল বেদনিধি বাপুৰ চৰিত্ৰটি। বেদনিধি ৰুক্মিণীৰ 'পিতৃতো অধিক' গুৰু। ৰুক্মিণীৰ পত্ৰ লৈ "আসন্তোক কৃষ্ণদেৱ, আকাশৰ চন্দ্ৰমাক হাততে দিবাৰ পাৰো আনি" বুলি বৰ কথা মাতি দ্বাৰকালৈ যোৱা বেদনিধিৰ ৰথ-যাত্ৰাৰ বিৱৰণ আমোদজনক। ৰথৰ বেগত মূৰ ঘূৰাই অচেতন হোৱাৰ পিছত চেতন পাই তেওঁৰ ভ্ৰম বকা অৱস্থাই হাস্যৰসৰ সৃষ্টি কৰে। কৃষ্ণক তেওঁ কৈছে,—

নিচিনো তোমাক তুমি বা কোন জন।
কৈৰ হন্তে আসি আছো কোথাৰ ব্ৰাহ্মণ ॥

বেদনিধিৰ ৰথ-ভ্ৰমণ বাস্তৱিকতে আমোদজনক। হাস্যৰসৰ প্ৰকাশ দেখা যায় কৃষ্ণ-ৰুক্মিণীৰ বিবাহ-সভাত শিৱৰ কাৰ্যকলাপৰ মাজতো। দৰা-কইনাক নানা জনে নানা মূল্যবান দ্ৰব্য উপহাৰ দিছে, অথচ শিৱৰ দিবলৈ একো নাই। তেওঁ মনতে চিন্তা কৰিছে —

কি দিবো আবে কৰো কোন কৰ্ম।
গাৱৰ বস্ত্ৰ সিও ব্যাঘ্ৰ চৰ্ম ॥
হাতে লৈয়া আছো শূল ডম্বৰু।
ঘৰে বাজে মোৰ একোটি গৰু ॥

দেৱাদিদেৱৰ মনোভাৱ বুজিব পাৰি কৃষ্ণই যৌতিয়া ক'লে,—

দাযাসে লাগে নলাগয় আন।
হুয়ো সুপ্ৰসন্ন দেৱ ঈশাণ ॥

তেতিয়া আৰু বেছি লজ্জিত হৈ শিৱ থিতাতে অন্তৰ্দ্ধান হ'ল। মহাযোগী সদাশিৱৰ এনে কাৰ্যই এফালে হাস্যৰসৰ সৃষ্টি কৰে, আনফালে পৰমতত্ত্বো সম্ভেদ দিয়ে।

কাব্যখনিত বীৰ আৰু ৰৌদ্ৰৰস পোৱা যায় কৃষ্ণৰ লগত ৰুক্মিণীৰ আৰু ৰজাসকলৰ যুদ্ধৰ বৰ্ণনাত।

কৰুণ ৰস সুন্দৰকৈ প্ৰকাশ পাইছে ৰুক্মিণীৰ প্ৰেমজনিত বিৰহত, ভ্ৰাতৃৰ মৃত্যুৰ আশংকাত আৰু শশীপ্ৰভা মহাদেৱৰ বিবিধ বিলাপৰ মাজত। বিলাপৰ প্ৰতিটো অংশই স্বাভাৱিক আৰু অতি হৃদয় পৰশা।

'ৰুক্মিণী-হৰণ' কাব্যৰ ঘাই সৌন্দৰ্য হ'ল ইয়াত ফুটি উঠা অসমীয়া সমাজৰ চিত্ৰ, আচাৰ-আচৰণৰ বিৱৰণ আৰু ঘৰুৱা মাত-কথাৰ প্ৰয়োগ। অসংখ্য জতুৱা ঠাঁচে কাব্যখনি কেনে উপভোগ্য কৰি তুলিছে সেই কথা অলপ মন দিলেই বুজিব পাৰি।

অলংকাৰ প্ৰয়োগৰ ক্ষেত্ৰত শংকৰদেৱে ইয়াত সুৰুচিৰ পৰিচয় দিছে। অলংকাৰবোৰ কাহিনীৰ শৰীৰত অতিৰিক্ত বোজা নহৈ সৌন্দৰ্য বৰ্দ্ধবাহে হৈছে।

'ৰুক্মিণী-হৰণ'ৰ জনপ্ৰিয়তা অসমীয়া সমাজত অতি গভীৰ। বেজবৰুৱাৰ ভাষাতে ক'বলৈ গলে এই কাব্য হ'ল "অসমীয়া মতা মানুহৰ কাণৰ লংকেৰু, হাতৰ গাম-খাৰু, আঙুলিৰ বাখৰ পতোৱা আঙঠি, আৰু তিৰুতামানুহৰ ডিঙিৰ কোট-মণি, গলপতা আৰু সাতশৰী হাৰ।" এই কাব্য শংকৰদেৱৰ কবি-প্ৰতিভাৰ অন্যতম শ্ৰেষ্ঠ নিদৰ্শন।

পুৰণি অসমীয়া কবিতাৰ আলোচনাত উজ্জ্বল হৈ থকা এটি নাম হ'ল **মাধৱদেৱৰ** 'নামঘোষা'। নামঘোষা কাব্য নহয়, ভক্তি-তত্ত্ব প্ৰকাশক পুথিহে। তথাপিও এইখনে ইমান উচ্চখাপৰ কাব্যিক গুণৰ প্ৰকাশ ঘটাইছে যে অসমীয়া কবিতাৰ আলোচনাত 'নামঘোষা'ক কোনোমতেই বাদ দিব নোৱাৰি।

'নামঘোষা'ত আছে ভক্ত কবি মাধৱদেৱৰ প্ৰাণৰ অকৃত্ৰিম অনুভূতিৰ প্ৰকাশ। ঘাইকৈ কৃষ্ণ ভক্তিৰ মাহাত্ম্য ঘোষণা কৰা পুথিখনিত বেদান্ত দৰ্শনৰ জটিল তত্ত্ব সহজ ভাৱে দাঙি ধৰা হৈছে আৰু ব্ৰহ্ম আৰু জীৱৰ সম্পৰ্ক, ভক্তি আৰু মুক্তিৰ স্বৰূপ, মায়াৰ স্বৰূপ আদি বিষয়সমূহ আলোচনা কৰা হৈছে। তাৰ লগে লগে প্ৰকাশ পাইছে গুৰু শংকৰৰ প্ৰতি থকা মাধৱদেৱৰ শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰ মনোভাৱ। তেওঁৰ আপোন প্ৰাণৰ ভক্তি ভৰা আত্মনিবেদনৰ কৰুণ

সুৰ 'নামঘোষা'ৰ ঘাই সম্পদ। পুথিখনিৰ আধাতকৈ বেছি কবিতা অথবা ঘোষা অন্য শাস্ত্ৰৰ অনুবাদ যদিও কবি মাধৱৰ ব্যক্তিত্বৰ পৰশ লাগি প্ৰতিটো শ্লোকেই যেন নৱজন্ম লাভ কৰিছে।

'নামঘোষা' হ'ল ধৰ্ম, দৰ্শন, কবিতা আৰু সংগীতৰ সমাহাৰ। এই আটাইবোৰক অতিক্ৰম কৰি জিলিকি আছে মাধৱদেৱৰ কৰুণ কাতৰ ভক্ত-হৃদয়ৰ প্ৰতিফলন। মাধৱদেৱে তেওঁৰ গুৰু শংকৰদেৱৰ দৰে দাস্যভক্তিক বেছি মূল্য দিছিল। মাধৱদেৱৰ ৰচনাসমূহৰ ভিতৰত ফুটি উঠা তেওঁৰ প্ৰিয় আত্ম-পৰিচয় হ'ল দাসকু দাসা, দীন, মুৰুখমতি ইত্যাদি। 'নামঘোষা' দাস্যভক্তিৰ অনুপম প্ৰকাশ। সখা, সুহৃদ, প্ৰিয়তম আদি নানা সম্বোধনেৰে ভগৱানক ওচৰ চপাই লোৱাৰ পিছত মাধৱদেৱে নিজকে সমৰ্পণ কৰিছে তেওঁৰ ভৃত্য বা দাস ৰূপে। ভক্তিৰ আতিশয্যত ভগৱানৰ প্ৰতি তেওঁৰ অভিযোগ—

"মোক নিজ দাস কৰি লৈলে হৰি এ
কহিযো কৃপাল
কি হয় তোমাৰ হানি ॥

তেওঁৰ দাস্যভক্তিৰ চৰম ৰূপ দেখা যায় এই ঘোষাটিত—

নোহো জানা আমি চাৰিজাতি
চাৰিও আশ্ৰমী নোহো আতি
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ
গোপীভৰ্তা পদ কমলৰ
দাসৰো দাসৰো
তান দাস ভৈলো আমি

তেওঁৰ ভক্তি, স্বামীৰ প্ৰতি দাসৰ মনোভাৱ হ'লেও তাত আছে এক সহজ প্ৰীতিৰ সম্পৰ্ক। ঐকান্তিক ভক্তিত আউল লগাৰ আশংকাত সেয়েহে তেওঁ অনুযোগ কৰি ক'ব পাৰে—

বুদ্ধিত থাকিয়া নিদিয়া সুবুদ্ধি
কৃপাৰ হুয়া ঠাকুৰ।

নামঘোষাৰ অধিকাংশ ঘোষাকে উত্তম কবিতাৰ শ্ৰেণীত পেলাব পাৰি। এই ঘোষা যেন এজন ৰহস্যবাদী কবিৰ অকৃত্ৰিম অনুভূতিৰ নিজৰা। ৰহস্যবাদী সকলে সংসাৰৰ প্ৰতিটো বস্তুকে সুন্দৰ দেখে, মংগলময় যেন দেখে। তেওঁলোকে সন্ধান কৰে এই সকলোৰে মূল এক একক সত্ত্বা। আকাঙ্ক্ষিতক

পোৱাৰ আগতে সন্ধানৰ যন্ত্ৰণাই ৰহস্যবাদীসকলক অস্থিৰ আৰু ক্ষত-বিক্ষত কৰি তোলে। এইখিনি বেদনাময় সময়ক বুলিব পাৰি আত্মাৰ আন্ধাৰ ৰাতি। প্ৰতিজন সাধক-কবিৰে জীৱনলৈ এই আন্ধাৰ ৰাতি আহে। মাধৱদেৱে এই তমসা অতিক্ৰম কৰি আৱিস্কাৰ কৰিছে তেওঁৰ "প্ৰিয় আত্মা পৰম দেৱতাক"। তেওঁতে বিচাৰি পাইছে চৰম আনন্দৰ অন্তহীন উৎস—

হৰি তুমি আনন্দ সিন্ধু।
হামু ভিখাৰি মাগো একবিন্দু।

বহুতো লুকা-ভাকুৰ পিছত বিচৰাজনক ওচৰত পাই মাধৱদেৱে কাতৰ কণ্ঠেৰে কৈ উঠিছে—

ইবাৰ কৰুণাময় হৰি কমলাপতি
মোকে নচাড়িবা নাৰায়ণ
অৰুণ চৰণতলে হৰি কমলাপতি
সত্যে সত্যে পশিলো শৰণ ॥

এই 'মোকে নচাড়িবা' সুৰটোৱেই নামঘোষাত ৰহস্যবাদী পৰশ দিছে। মাধৱদেৱৰ ভগৱান কেৱল দুষ্টক দমন কৰোঁতা আৰু সন্তক পালন কৰোঁতাই নহয় তাতোকৈও অধিক মোহন তেওঁৰ ৰূপ। তেওঁ অৰূপ জগতৰ অপাৰ্থিৱ আনন্দৰ গৰাকী, তেওঁ সুন্দৰ শ্ৰীমন্ত, তেওঁ গুণনিধি। তেওঁৰ দয়া তথা আন্তৰিক সান্নিধ্য লাভৰ বাবে মাধৱদেৱে ৰচনা কৰা আৱেগ, অনুৰাগ, প্ৰীতি আৰু সহজ অভিযোগেৰে ভৰা ঘোষাকেইটিৰ মাজত কবি মাধৱদেৱৰ সীমাৰ পৰা অসীমলৈ কৰা যাত্ৰাৰ সম্ভেদ আছে। সেইখিনিতে ইয়াত ৰহস্যবাদী ৰূপৰ সাৰ্থকতা।

মাধৱদেৱৰ বৰগীতসমূহৰ মাজতো ভক্তি আৰু ৰহস্যৰ মোহনীয়া প্ৰকাশ দেখা যায়। ৰাগ-তালেৰে সুষম এই বৰগীতবোৰত কবিৰ দাস্য ভক্তি নানা ৰহণেৰে প্ৰকাশ পাইছে।

বেদান্তিক চিন্তাধাৰাৰ বাহিৰেও এইবোৰত আছে ভক্তিৰ শ্ৰেষ্ঠত্ব আৰু বিষ্ণু ভক্তিৰ মাহাত্ম্য সম্পৰ্কে বিভিন্ন উপদেশ কিন্তু বৰগীতৰ প্ৰধান আকৰ্ষণ হ'ল বাৎসল্য ৰসৰ ৰমণীয় প্ৰকাশ। মাতৃ যশোদাৰ মৰম আৰু শিশু কৃষ্ণৰ বিবিধচাতুৰীৰ বিৱৰণে প্ৰথম দৃষ্টিত বৰগীতবোৰক এক কোমলতা দান কৰে যদিও প্ৰতিটো বৰগীতৰ তলে তলে এক দাৰ্শনিক চিন্তা বিৰাজমান। পৰমপুৰুষৰ ৰূপৰ মাজত মাধৱদেৱে বিচাৰি পাইছে অন্তহীন বিস্ময়ৰ উৎস

কহয় মাধৱ মাই কিনো তপসাইলা।
ত্ৰিজগত পতি হৰি বাখোৱাল পাইলা ॥

এই দুষ্ট কানাইৰ ৰূপৰ অন্ত নাই প্ৰেমৰ ভাবত গদ গদ হৈ পৰা মাধৱদেৱে কানাইৰ ৰূপ যেন বৰ্ণনা কৰিও শেষ কৰিব নোৱাৰে—

কানাইৰ ৰূপৰ উপমাৰ কিবা ক্ষেম।
একপুঞ্জ হুয়া আছে গোপিনিৰ প্ৰেম ॥

ভক্তিৰ আদৰ্শ হৈছে ব্ৰজ-গোপিকাৰে ঐকান্তিক প্ৰেম—যি প্ৰেমে লোকলজ্জা, চক্ষুলজ্জা, প্ৰাণৰ সংশয় সকলো ত্যাগ কৰি প্ৰিয়তম ভগৱানৰ বিচাৰি যায়। সেই ব্ৰজ-গোপিকাৰ সকলো অনুৰক্তি মিলি যিটো শৰীৰী ৰূপৰ সৃষ্টি হৈছে— সেযাই হৈছে কানাই। কৃষ্ণৰ ৰূপৰ ইমান সুন্দৰ উপমা আনে দিব পাৰিছেনে নাই নাজানো। কিন্তু মাধৱদেৱৰ এইটি গীতৰ মাজত ফুটি উঠিছে প্ৰিয় ভগৱানলৈ তেওঁৰ সীমাহীন আৰু ব্যাখ্যাতীত প্ৰেম। এই প্ৰেম থাকে ৰহস্যবাদী সকলৰ হৃদযত—যিসকলে কেবল ধৰ্মহে প্ৰচাৰ কৰে সেই ধৰ্মগুৰু সকলৰ হৃদযত নহয। কবি মাধৱৰ মনত চিৰবাঞ্ছিত পৰমপুৰুষৰ প্ৰতি যি অনুৰাগ আছে সেযা এজন ৰহস্যবাদী কবিৰ অনুভৱৰ লগত তুলনীয।

মাধবদেৱৰ গীত নাট কাব্য সকলোতে ভক্তি-ৰস মিশ্ৰিত হৈছে কলা-সুলভ সৌন্দৰ্যৰ লগত। তেওঁৰ ভক্তিকবিতাৰ প্ৰকৃতি আলোচনা কৰিলে দেখা যায় যে ভগৱান বিষ্ণু কৃষ্ণৰ ওচৰত দাস্যভাব প্ৰকাশ কৰা হৈছে, ভক্তিক মোক্ষসাধনৰ শ্ৰেষ্ঠ পথ বুলি ঘোষণা কৰা হৈছে, ভক্তিক মুক্তিতকৈ উচ্চ আসন দিয়া হৈছে আৰু নিষ্কাম ভক্তি জীবনৰ লক্ষ্য বুলি গণ্য কৰা হৈছে। তেওঁৰ ধৰ্মীয় বিশ্বাসৰ কেন্দ্ৰীয় পুৰুষজনৰ আলোচনা মাধৱদেৱে যি সহজাত প্ৰীতিৰে বান্ধি পেলাইছে তাৰ মাজত তেওঁৰ ৰচনাৰ ৰহস্যবাদী গুণ ফুটি উঠিছে। ভগৱানৰ লগত তেওঁ সদায় সুন্দৰ আৰু মংগলময় বস্তুৰ সম্পৰ্ক বিচাৰি পায়। তেওঁ সন্ধানৰ যন্ত্ৰণা আৰু সান্নিধ্যলাভৰ আকাঙ্ক্ষা নানান উপমাৰে সজ্জিত হৈ তেওঁৰ ৰহস্যবাদী কবিতাত ধৰা পৰিছে। সেযেহে অসমীযা ৰহস্যবাদী কবিসকলৰ মাজত মাধৱদেৱৰ নাম আজিও উজ্জ্বল।

পুৰাণ কবিতাৰ আলোচনা কৰিলে বৰগীত আৰু অন্যান্য ভক্তি গীতৰ কথাও আহি পৰে। এইবোৰৰ ঘাই সৌন্দৰ্য নিৰ্ভৰ কৰে কাব্যিক অলংকাৰৰ প্ৰয়োগ-নৈপুণ্যৰ ওপৰত। বিষযবস্তুত ভগৱৎ-ভক্তি অথবা ভগৱানৰ ৰূপ-বৰ্ণনাত গুৰুত্ব দিয়াৰ বাবে বিশেষ বৈশিষ্ট্য চকুত নপৰে। ৰস-সম্ভাৰত ভক্তি

ৰসেই প্ৰধান গুৰুত্ব লাভ কৰে যদিও হাস্য, কৰুণ, শৃংগাৰ আদি ৰসৰো সুপ্ৰয়োগ দেখা যায়। বাৎসল্য ৰসৰ গীতবোৰৰ মাজত যশোদা আৰু কৃষ্ণৰ মৰম-চেনেহ-অভিমান-শাসনেৰে ভৰা চিত্ৰই গীতবোৰক যুগমীয়া সৌন্দৰ্য দান কৰিছে। শংকৰ-মাধৱৰ গীতসমূহত অলংকাৰ-প্ৰয়োগৰ সুষমা লক্ষ্য কৰা যায়। আধ্যাত্মিক ভাৱৰ গীতত ৰূপকধৰ্মী ইংগিতময় ভাষা আৰু বৰ্ণনামূলক গীতত চন্দ্ৰ, চকোৰ, পদ্ম আদি বহু ব্যৱহৃত উপমাৰ প্ৰয়োগে গীতবোৰত কোমল সৌন্দৰ্যৰ সৃষ্টি কৰে। গোপালদেৱৰ কৰুণ ৰসাত্মক, ৰামচৰণ ঠাকুৰৰ বীৰ ৰসাত্মক আৰু পদ্মপ্ৰিয়াৰ ভক্তি ৰসাত্মক গীতসমূহৰ কথাও এই প্ৰসংগতে উল্লেখযোগ্য।

ভক্তি গীতৰ বাহিৰেও লৌকিক কবিসকলৰ ৰচনাৰ কিছুমান অনুপম সুন্দৰ গীত কবিতাৰ আভাস পোৱা যায়। **পীতাম্বৰ কবিৰ** 'উষা পৰিণয়' এখন সুন্দৰ প্ৰণয় কাব্য। ভাগৱত আৰু হৰিবংশ তথা 'বিষ্ণু পুৰাণ'ৰ আখ্যান লৈ ৰচনা কৰা এই কাব্য শৃংগাৰ আৰু বীৰৰস প্ৰধান। উষাৰ স্বপ্ন দৰ্শন, কাম বিকাৰ, অনিৰুদ্ধৰ স্বপ্নত কামসেনাৰ সাক্ষাত, উষা-অনিৰুদ্ধৰ মিলন আদি বৰ্ণনাত মুকলিভাৱে শৃংগাৰ ৰসৰ প্ৰয়োগ কৰি কবিয়ে সাধাৰণ শ্ৰোতাক আমোদ দিবলৈ যত্ন কৰিছে। বৰ্ণনাসমূহ মাজে মাজে স্থূল ৰুচিযুক্ত হ'লেও কাব্যিক আবেদন একেবাৰে নোহোৱা নহয। বিশেষকৈ উষাৰ যৌৱন-সুলভ বাসনা আৰু প্ৰেমাস্পদক বিচাৰি আকুল হোৱা প্ৰাণৰ ছবি যি কেইটি গীতৰ মাজত ফুটি উঠিছে, সেইবোৰত যথেষ্ট সৌন্দৰ্যৰ স্বাক্ষৰ পোৱা যায়। চিত্ৰলেখাৰ মনোমোহা চৰিত্ৰটিযেও যথেষ্ট সৌন্দৰ্যৰ সৃষ্টি কৰিছে। উষা আৰু চিত্ৰলেখা ইয়াত প্ৰেম আৰু যৌৱনৰ মূৰ্তিমতী প্ৰতিমা। বসন্ত কালৰ মনোৰম পৰিৱেশত উষাই অনুভৱ কৰা শূন্যতা আৰু তেওঁৰ প্ৰাণৰ চপলতা প্ৰকাশ কৰা এটি গীতত সংযত আদিৰসৰ প্ৰকাশ দেখা যায়,—

বিষাদ বিমনা উষাহে সময় মধুমাসে।
এই হেন সময়ে মোৰ স্বামী নাই পাশে ॥
বসন্ত সময়ে যাৰ কোলে নাই পতি।
গলাত কটাৰি দিয়া মৰোক যুৱতি ॥

গীতটিৰ অলংকাৰগত সৌন্দৰ্য আৰু নিহিত আবেদন হৃদয় পৰশা। বীৰ ৰসৰ প্ৰকাশো এই কাব্যত যথেষ্ট দেখা যায়। কিন্তু উত্তম কবিতাৰূপে ৰূপান্তৰিত হৈছে সেইবোৰ অংশহে, যি বোৰে মিলন, বিৰহ, পূৰ্বৰাগ আদি

প্ৰেম বিষয়ক মনোভাৱ প্ৰকাশ কৰিছে। বিচিত্ৰ অলংকাৰৰ প্ৰয়োগ কাব্যখনিৰ অন্যতম সম্পদ।

প্ৰাচীন কাব্য-সাহিত্যত সাধাৰণতে ভক্তিমূলক ৰচনাৰ সংখ্যা সৰহ আৰু ভক্তি-প্ৰচাৰমূলক নোহোৱা কাব্যসমূহতো দেৱ-দেৱী অথবা ভক্ত-ভগৱানৰ কাহিনী বৰ্ণিত হয়। ৰামায়ণ, মহাভাৰত আৰু পুৰাণসমূহৰ কাহিনীৰ আধাৰতে ঘাইকৈ কাব্যসমূহ ৰচিত হৈছিল। কিন্তু অষ্টাদশ শতকত ক্ষীণ-ভাৱে হ'লেও এক নতুন আদৰ্শৰ কাব্য ৰচিত হোৱা দেখিবলৈ পোৱা যায়। এইবোৰত আছিল ইছলাম প্ৰভাৱযুক্ত কাহিনী অথবা লোককথাৰ মিশ্ৰণ। তেনে দুখন কাব্য হ'ল **দ্বিজৰামৰ** 'চাহাপৰী-উপাখ্যান' আৰু অজ্ঞাত কবিৰ 'মধুমালতি'। 'চাহাপৰী-উপাখ্যান' বা 'মৃগাৱতী-চৰিত্ৰ' এখন ভিন্ন স্বাদৰ কাব্য। এফালে চুফীবাদৰ দেখ-নেদেখ আভাস, আনফালে বৈষ্ণৱ সাহিত্যৰ মৃদু প্ৰভাৱ—এই দুয়োটা দিশৰ মিশ্ৰণত কাব্যখনি বিচিত্ৰ হৈ পৰিছে।

'চাহাপৰি-উপাখ্যান' এখন প্ৰণয় কাব্য। এই প্ৰণয় দেহৰ বন্দনাৰে মুখৰ। দ্বিজৰামৰ এই প্ৰেম গাথাত বিশ্বজনীন লোক কথাৰ কিছুমান কথাসূত্ৰ বা মটিফ মহেশ্বৰ নেওগদেৱে বিচাৰি উলিয়াইছে। তেখেতৰ মতে এই কাব্য কোনো বিশেষ এক পুথিৰ অনুবাদ বা ক্ষিপ্ৰ অনুসৰণ নহয়। 'যিমান দূৰ সম্ভৱ, ভ্ৰাম্যমান কোনো পছিমীয়া কাহিনী-কথকৰ মুখৰ পৰা আখ্যানটো লৈ কবিয়ে তাক নিজভাৱে নতুনকৈ বৰ্ণনা কৰে।' কাহিনীভাগত সাধুকথাৰ ৰহণ আছে। মাটিৰ মানুহৰ সৰগৰ পৰীলৈ হোৱা আসক্তি, বিৰহ আৰু মিলনৰ এই কাহিনীত প্ৰত্যক্ষ ভাৱে নহলেও পৰোক্ষভাৱে ইছলাম-সাহিত্যৰ প্ৰভাৱ দেখা যায়। 'চাহাপৰী' নামৰ লগত 'উপাখ্যান' শব্দৰ সংযোগে আৰবী সাহিত্যৰ মূল ভাৱৰ লগত পৰম্পৰাগত ভাৰতীয় ঐতিহ্যৰ মিশ্ৰণৰ কথাকে সূচায়। কাব্যখনিৰ প্ৰধান চৰিত্ৰসমূহ আৰু নগৰ চহৰৰ নাম তথা ব্যৱহৃত শব্দসম্ভাৰে কবিৰ ওপৰত পৰা আৰবী সাহিত্যৰ প্ৰভাৱ অথবা এইখনৰ মূল ৰূপটোৰ কথা মনত পেলায়। কিছুমান তেনে শব্দ হ'ল পৰী, পৰীজাদী, চিকাৰ, চহৰ, হাজাৰ আদি। ৰাজকোঁৱৰক বোলা হৈছে মালিকজাদা আৰু ৰজাৰ নাম হ'ল আমিৰছাহা।

উগ্ৰ শৃংগাৰৰসেৰে ভৰা কাব্যখনিয়ে ৰসৰ বৰ্ণনাৰীতিত বৈষ্ণৱ-প্ৰভাৱ এৰাবলৈ যত্ন কৰিলেও বিভিন্ন অংশত কবিৰ ওপৰত পৰা বৈষ্ণৱ সাহিত্যৰ

প্ৰভাৱ নিজে নিজে জিলিকি উঠিছে। কাৰণ ইতিমধ্যে শংকৰ-মাধৱে বৈষ্ণৱ সাহিত্যৰ বিশাল জাগৰণেৰে এনে এক পৰিৱেশ ৰচনা কৰি থৈ গৈছিল যে তাৰ বৃত্তৰ পৰা ওলোৱাটো দ্বিজৰামৰ বাবে সহজসাধ্য নাছিল। সেয়েহে আদি আৰু অন্তত ভকতীয়া ঠাঁচ দিবলৈ আৰু অ'ত ত'ত বিষ্ণু-ভক্তিৰ বুটা বাছিবলৈ তেওঁ জ্ঞাতে বা অজ্ঞাতে বাধ্য হৈ পৰিছিল। জনপ্ৰিয়তাৰ খাটিৰতো তেওঁ বৈষ্ণৱী ধাৰণা লোৱাটো অসম্ভৱ নহয়। আমিবছাহাৰ মনোমোহা নগৰখনৰ নাম তেওঁ দিছে কুণ্ডিল নগৰ। মালিকজাদাৰ উদ্যানৰ ফুলৰ বৰ্ণনাত তেওঁ কৈছে—

সেৱতী মালতী যুতি চম্পা পাৰিজাত।
মধাইঁমিৰুৱা গুটিমালী অসংখ্যাত ॥
লৱংগ পলাশ শংখ অশোক মন্দাৰ।
পাৰলি কদম্ব বক নাগেশ্বৰ আৰ ॥

মাজপানীত পৰি আৰ্তনাদ কৰা মালিকজাদাৰ ক্ষেত্ৰত কৈছে,—

সুৰ্মবিষা অচ্যুত গোৱিন্দ দামোদৰ।
পশিলো শৰণ নাথ প্ৰাণ ৰক্ষা কৰ ॥

এনেবোৰ ক্ষেত্ৰত শংকৰদেৱৰ প্ৰভাৱ সহজেই চকুত পৰে।

দ্বিজৰামৰ এই কাব্যখনিত চুফীবাদৰ মৃদু আভাস লক্ষ্য কৰা যায়। চুফীসকলৰ ৰহস্যবাদী চিন্তাধাৰা ইয়াত প্ৰকট হৈ উঠা নাই যদিও নায়ক মালিকজাদাৰ দ্বাৰা তেওঁৰ প্ৰাণৰ চালিকাশক্তিস্বৰূপা চাহাপৰীৰ সন্ধানৰ আকুলতাৰ দ্বাৰা সাধকৰ মনত থকা সিদ্ধিলাভৰ ব্যাকুলতা ফুটি উঠিছে।

কাব্যখনিত ভালেমান সৌন্দৰ্যপূৰ্ণ অংশ আছে। তাৰভিতৰত আদি ৰসেৰে সিক্ত কিছুমান খণ্ডৰ সৌন্দৰ্য অধিক। নায়ক-নায়িকাৰ মান-অভিমান আৰু বিৰহ মিলনৰ ছবিসমূহ কবিয়ে দক্ষতাৰে ফুটাই তুলিছে। কিন্তু কাব্যখনিৰ প্ৰকৃত মূল্য হ'ল বৈষ্ণৱ আদৰ্শ আৰু ইছলামি-সাহিত্যৰ মিশ্ৰণ ঘটাবলৈ পৰাটোহে।

প্ৰাচীন অসমীয়া কবিতাত মাধৱকন্দলিৰ পৰা দ্বিজৰামলৈকে এই সুদীৰ্ঘ সময়ছোৱাত নানা ৰং আৰু লহৰৰ উঠানমা দেখা যায়। এইবোৰে সাঁচি থৈছে কবিসকলৰ বিষয়-বস্তু গ্ৰহণৰ ক্ষমতা আৰু সৰ্বসাধাৰণে পৰিতৃপ্তি পাব পৰাকৈ সেইবোৰ ফুটাই তোলাৰ দক্ষতা। সৰ্বভাৰতীয় কবিতাৰ পটভূমিত এইখিনিৰ বিচাৰ কৰিলে অসমৰ কবিসকলৰ অনুপম কবি-প্ৰতিভাৰ উত্থান পোৱা যায়। এই আটাইবোৰ কবিতাৰ বহল বিশ্লেষণ আৰু সমীক্ষা কৰা নিতান্ত প্ৰয়োজন।

## সহায়ক গ্ৰন্থসমূহ

কৰবী ডেকা হাজৰিকা— কবিতাৰ ৰূপ-ছায়া
'বনলতা'
ডিব্ৰুগড়, ১৯৯১
অসমীয়া কবিতা
ষ্টুডেণ্টচ ষ্টৰ'ছ
গুৱাহাটী, ১৯৯২

কাকতি ডম্বৰু— সাহিত্য-সংস্কৃতি সৌৰভ
( সম্পাদনা ) আদৰণী সমিতি, অসম সাহিত্য সভা
শিৱসাগৰ, ১৯৯৩

গগৈ, লীলা— আধুনিক অসমীয়া সাহিত্য
( সম্পাদনা ) ষ্টুডেণ্টচ এম্প'ৰিয়াম
ডিব্ৰুগড়, ১৯৯০
যতীন্দ্ৰ নাথ দুৱৰা ঃ কবি আৰু
কবি-প্ৰতিভা
ষ্টুডেণ্টচ এম্প'ৰিয়াম
ডিব্ৰুগড়, ১৯৮৮

তালুকদাৰ, দীনবন্ধু— প্ৰেমৰ সুৰ
( সংগ্ৰহ ) বৰপেটা, ১৯৪০

তালুকদাৰ, নন্দ— কবি আৰু কবিতা
'বনলতা'
ডিব্ৰুগড়, ১৯৮৮

নাথ পূৰ্ণেশ্বৰ— দণ্ডিনাথ কলিতা ঃ কৃতি আৰু
( সম্পাদনা ) কৃতিত্ব
তেজপুৰ সাহিত্য সভা
তেজপুৰ, ১৯৯০

নেওগ, মহেশ্বৰ— অসমীয়া সাহিত্যৰ ৰূপৰেখা
বাণী মন্দিৰ
ডিব্ৰুগড়, ১৯৮৬
সঞ্চয়ণ

লয়াৰ্ছ বুক ষ্টল,
গুৱাহাটী, ১৯৬৭

ফুকন, নীলমণি— কুৰি শতিকাৰ অসমীয়া কবিতা
(সম্পাদনা) অসম প্ৰকাশন পৰিষদ
গুৱাহাটী, ১৯৭৭

বৰগোহাঞি, হোমেন— অসমীয়া সাহিত্যৰ বুৰঞ্জী
(সম্পাদনা) (ষষ্ঠ খণ্ড)
আনন্দৰাম বৰুৱা ভাষা-কলা-
সংস্কৃতি সংস্থা
গুৱাহাটী, ১৯৯৩

বৰা, প্ৰফুল্লচন্দ্ৰ— জীৱন কবিতা আৰু নৱকান্ত
ষ্টুডেণ্টছ ষ্ট'ৰ
গুৱাহাটী, ১৯৯০

বৰা, মহেন্দ্ৰ— নতুন কবিতা
'বনলতা'
ডিব্ৰুগড়, ১৯৮৭
সাহিত্য আৰু সাহিত্য
'বনলতা'
ডিব্ৰুগড়, ১৯৮৮

বৰুৱা, প্ৰহ্লাদ কুমাৰ— নিজৰা কবি শৈলধৰ ৰাজখোৱা
(সম্পাদনা) ডিব্ৰুগড় সাহিত্য সভা
১৯৯০

বৰুৱা, হেম— অসমীয়া সাহিত্য
নেছনেল বুক ট্ৰাষ্ট, নতুন দিল্লী
১৯৭০

শইকীয়া, নগেন— চন্দ্ৰকুমাৰৰ কবিতা সমগ্ৰ
(সম্পাদনা) 'বনলতা'
ডিব্ৰুগড়, ১৯৯৩

শইকীয়া, পূৰ্ণানন্দ— হিতেশ্বৰ বৰবৰুৱাৰ কবি
মানস
গুৱাহাটী, ১৯৮৭

শৰ্মা, শশী— সাহিত্যৰথী পদ্মনাথ গোহাঁঞিবৰুৱা
নলবাৰী, ১৯৭১

শৰ্মা, বসন্ত কুমাৰ— সাহিত্য পৰাগ
(সম্পাদনা) আদৰণী সমিতি, অসম সাহিত্য সভা
দধৰে, ১৯৯১

শৰ্মা, সত্যেন্দ্ৰনাথ— জ্যোতিপ্ৰসাদ ৰচনাৱলী
(সম্পাদনা) অসম প্ৰকাশন পৰিষদ
গুৱাহাটী, ১৯৮১

শীলা বৰঠাকুৰ— লেখিকাৰ জীৱনী
(সম্পাদনা) সদৌ অসম লেখিকা সমাৰোহ সমিতি
তেজপুৰ, ১৯৮৭

ধৰ্মেশ্বৰী দেৱী বৰুৱানী
ৰচনা সম্ভাৰ
সদৌ অসম লেখিকা সমাৰোহ সমিতি
তেজপুৰ, ১৯৯২

হাজৰিকা, অতুলচন্দ্ৰ— বেজবৰুৱা গ্ৰন্থাৱলী (২য় খণ্ড)
(সম্পাদনা) সাহিত্য প্ৰকাশ
গুৱাহাটী, ১৯৭০
স্মৃতিৰ পাপৰি
দত্তবৰুৱা এণ্ড কোং
গুৱাহাটী, ১৯৭৭
স্মৃতি-ৰঞ্জিকা
গুৱাহাটী
১৯৯০

———